# ফুল আৰু জাবৰ

কৃষ্ণ ভূঞা






নৱকৰা এজেন্সি
গুৱাহাটী-১

*PHUL ĀRU JĀBAR :*

A Collection of short stories written by Krishna Bhuyan, and Published by Barua Agency, Guwahati-1

প্ৰকাশক :
বৰুৱা এজেন্সি
গুৱাহাটী-১

প্ৰথম প্ৰকাশ :
জানুৱাৰী, ১৯৮৮

বেটুপাট :
প্ৰদ্যোৎ চক্ৰৱৰ্ত্তী
গুৱাহাটী

মূল্য : ২০·০০ টকা

ছপাশাল :
প্ৰেৰক
গুৱাহাটী-১

জীৱনৰ বিভিন্ন সময়ত লিখা এই গল্প কেইটাত কেইবাটাও যুগৰ আঁচোৰ লাগিছে। ক্ৰমবৰ্দ্ধিষ্ণু বয়স আৰু সংসাৰৰ নানান সুৰুদী বিসোৱাদ অভিজ্ঞতাৰ লগতে সামাজিক পৰিস্থিতিৰ পৰিবৰ্তন হেতু মোৰো জীৱনৰ ওপৰত পৰিবৰ্ত্তিত দৃষ্টিভংগী এই গল্পবোৰত প্ৰতিফলিত হোৱাটো স্বাভাৱিক। গতিকে একেটা সুৰ একেটা ঢঙেই সকলোতে বিচাৰিলে পোৱা নেযাব। প্ৰথম দুটা গল্প দ্বিতীয় মহাযুদ্ধৰ আগতে আৰু বাকী বাৰটা যুদ্ধৰ পাছত লিখা।

অসমীয়া সাহিত্য প্ৰকাশন কেন্দ্ৰ বৰুৱা এজেন্সিৰ ঠায়ো আজি আদপাৰীতেই। তেখেতসকলে মোৰ এই গল্প সংকলনটো প্ৰকাশ নকৰা হ'লে এই গল্পবোৰ আলোচনীৰ পাততে লোপ পালেহেঁতেন। শ্ৰীযদন চন্দ্ৰ বৰুৱাদেৱলৈ মোৰ আন্তৰিক কৃতজ্ঞতা সদায় থাকিব।

শ্ৰীকৃষ্ণ ভূঞা

মে, ১৯৮৭ চন

# অভিমত

'আবাহন যুগৰ' কেইবাজনো শক্তিশালী গল্প লেখকৰ প্ৰিয় বিষয়-বস্তু আছিল নৰ-নাৰী সম্পৰ্কৰ অন্তহীন ৰহস্যানুসন্ধান। .. হলীৰাম ডেকা, লক্ষীধৰ শৰ্মা, ৰমা দাস আদি কেইজনমান লেখকৰ গল্পত আমি এনে এদল সংস্কাৰমুক্ত নৰ-নাৰীৰ প্ৰেম, বিৰহ, বিদ্ৰোহ আৰু যৌন-চিন্তাৰ বিচিত্ৰ প্ৰকাশ দেখিবলৈ পাওঁক। এই কেইজন লেখকৰ ভিতৰতে আপোন বৈশিষ্ট্যৰে সমুজ্বল হৈ উঠা আন এজন লেখক হ'ল কৃষ্ণ ভূঞা। .. আন বহুতো গল্প লেখকৰ দৰে উচ্ছাসৰ প্ৰাবল্য বা বাগাড়ম্বৰ তেওঁৰ গল্পত নাই। কৃষ্ণ ভূঞাৰ ভাষা সংযত, পৰিমিতবোধ প্ৰশংসনীয় আৰু তেওঁ নিজেই গোটেইখিনি কথা কৈ নিদি পাঠকৰ কাৰণে কল্পনাৰ অৱকাশ ৰাখি যায়।

ত্ৰিশৰ দশকৰ কলেজীয়া ডেকা-গাভৰুৰ তৰল ৰোমাঞ্চত আৰু ভাবালুতাৰ গল্পৰ বৈশিষ্ট্যহীন প্ৰাচুৰ্য্যৰ মাজত লক্ষীধৰ শৰ্মা আৰু ৰমা দাস আদিয়ে যেনেকৈ নিজৰ বৈশিষ্ট্যৰে নিজৰ কাৰণে একোখন সুকীয়া ঠাই কৰি লৈছিল কৃষ্ণ ভূঞায়ো তেনেকৈ তেওঁৰ প্ৰেমৰ গল্পবোৰত পৰিণত দৃষ্টিভংগী, অনুভূতিৰ গভীৰতা আৰু মৌলিক জীৱন বোধৰ পৰিচয় দিছিল। .. এই গল্পবোৰক সাধাৰণ শাৰীৰ পৰা কিছু ওপৰলৈ উন্নীত কৰাৰ মূলতে হ'ল কৃষ্ণ ভূঞাৰ বিশিষ্ট ৰচনা-ৰীতি আৰু জীৱন বোধৰ গভীৰতা।"

স্বনামধন্য সাহিত্যিক সমালোচক
হোমেন বৰগোহাঞি
১৯৭৫

তেওঁৰ (কৃষ্ণ ভূঞাৰ) গল্পত কথা, বস্তু আৰু টেকনিকৰ ওপৰত সমানে চকু ৰখাৰ চেষ্টা দেখিবলৈ পোৱা যায়। অনাৱশ্যকীয় বাক্ আড়ম্বৰ নাইবা অদৰকাৰী সংলাপৰ বাহুল্য নাই।

প্ৰবীণ সাহিত্যিক সমালোচক
শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী

চৰিত্ৰ চিত্ৰণত তুলনা অদ্বিতীয়। তেখেতৰ ৰচনা-ৰীতিও মনস্তত্ত্বমূলক। আমাৰ সমাজৰ নাৰী আৰু পুৰুষৰ পাৰস্পৰিক সম্বন্ধৰ স্বৰূপ উদ্‌ঘাটন কৰাত তেখেত সিদ্ধহস্ত। তেখেতৰ গল্পৰ পুৰুষ আৰু নাৰী চৰিত্ৰসমূহ বাস্তৱ জীৱনৰ পৰা বেছি আঁতৰত নেথাকে।

সম্পাদক,
ৰামধেনু
শাওন ১৮৭৩ শক

আৱাহন যুগৰ যিসকল গল্প লেখকৰ নাম উল্লেখযোগ্য সেই সকলৰ ভিতৰত কৃষ্ণ ভূঞা অন্যতম। .. লেখকৰ ভাষাত কষ্ট প্ৰচেষ্টা নাই, কথাৰ সুৰত সংযম উপলব্ধি হয়। জটিল আধুনিক নগৰীয়া সভ্যতাৰ পৰা পাৰ্বৰ সৰল জীৱনলৈকে সকলোতে তেওঁৰ দৃষ্টি পৰিছে আৰু সকলোকে তেওঁৰ সূক্ষ্ম মনে সমান কৃতকাৰ্য্যতাৰে গ্ৰহণ কৰিব পাৰিছে। ...

অসমবাণী
ডিচেম্বৰ ১৯৬৪

'বহুৰ পথাৰৰ বজা' গল্পটো পঢ়ি ইমান ভাল লাগিল যে তাৰ বাবে অভিনন্দন নজনোৱাকৈ থাকিব নোৱাৰিলো। অতি সুন্দৰ আৰু অতি powerful গল্প হৈছে এইটো। ৰকবাৰ মাজেদি অকল আমাৰে নহয় সদৌ বুৰঞ্জীৰ aristocracy ৰ essence মূৰ্ত হৈ উঠিছে।

প্ৰবীণ সাহিত্যিক সমালোচক
মুনীন বৰকটকী

# সূচীপত্ৰ

# শেষ পত্র

মৰমৰ বীণা,

কাইলৈ শুই উঠি তই যেতিয়া শুনিবি তোৰ বন্ধু ৰাণী আৰু নাই, তই হয়তো খুব কান্দিবি আৰু চাগে জানিবলৈ ইচ্ছা কৰিবি মই কিয় আত্মহত্যা কৰিলো।

তই মোক ভালপাৱ জানো। সকৰে পৰা মোৰ জীৱনৰ বহুত কথাৰ মাজত তই সোমাই আছ। তই হয়তো বুজিবি কি ভীষণ আঘাতৰ নিৰ্মম দহনে মোক আজি ইমান সোনকালে মৃত্যুৰ মুখত পেলাই দিলেহি।

শৈশৱৰ সেই মধুৰ দিনবোৰ।

তোৰ লগত ও'মলি ফুৰাৰ, দৰা-কইনাৰ বিয়া পতাৰ দিনবোৰ। তেতিয়া তোৰে মোৰে বিশ্বখন আছিল একে, ধুনীয়া ৰং-বিৰঙৰ ওমলাৰ বস্তু। সৰগৰ অসীম শান্তিৰ পৰশ লাগি থকা কিমান অমিয়া ভৰা আছিল সেই দিনবোৰ। তেতিয়া ভাবিব পৰা নাছিলো বীণা, মোৰ যে এটা ডাঙৰ বস্তুৰ অভাৱ। তেতিয়া মই জনা নাছিলো মোৰ বেয়া অকৰ্মণ্য ভৰিটো মোৰ জীৱনৰ এটা অভিশাপ। সৰুকালৰ মুৰুজাৰ আশীৰ্বাদে মোৰ অভাৱটো মোৰ পৰা লুকাই ৰাখিছিল।

মোৰ বাওঁ ভৰিটো সোঁ ভৰিতকৈ অলপ চুটি, ক্ষীণ আৰু দেখিবলৈ আপচু। মই হুপিয়াই হুপিয়াই খোজ কঢ়াতো চাগে আৰু বেচি কুৎসিৎ দেখি নহয়?

নাজানো, কিয় বিধাতাৰ বাৰ্ক্কোন নোহোৱা এটা খেয়ালত সেইদিনা পৃথিবীত বিকলাঙ্গী হৈ জন্ম গ্ৰহণ কৰিলো।

লাহে লাহে যেতিয়া ডাঙৰ হলো, তেতিয়াহে বুজিলো মোৰ কিহৰ অভাৱ। তইঁতৰ লগতে স্কুললৈ যাওঁ, তইঁতে ধীৰে-সুস্থিৰে খোজ কাঢ় আৰু মোৰ খোজ কঢ়া—ইঃ, দেখিবলৈ কিমান যে বিশ্ৰী হয় চাগে! মই ভাবো। মোৰ যে কিমান বেয়া লাগে—কিমান দুখ লাগে।

দুইটাৰ দৰে ময়ো ডাঙৰ হৈ আহিলো। ধুনীয়া পৃথিৱীত জীৱনটো উপভোগ কৰাৰ চাতুৰিখিনি যৌৱনে মোকো শিকালে। মোৰো তৰুণ দেহত নতুনত্বৰ চাঞ্চল্য আহি পৰিল।

তায়ে ময়ে ছুয়ো গাভৰু। কেতিয়াবা তোৰ লগত মই নিজক বিজাই চাওঁ। তই মোতকৈ বেচি ধুনীয়া; কিন্তু ময়ো কুৰূপা নহয়। তই কয়, আন মানুহেও কয় মই হেনো বেয়া ভৰিটো লৈও ৰূপহী। কিন্তু মোৰ খোৰা ভৰিটো। মোৰ তেজ মাংসৰে মোৰ গাতে লাগি থকা এটা শত্ৰু নহয় জানো? বন্ধু অমৃতত এটোপ গৰলৰ দৰে? তোৰে মোৰে পাৰ্থক্য সেইখিনিতে। মোৰ নাৰী সৌন্দৰ্য্যৰ অসম্পূৰ্ণতা সেইখিনিতে।

যৌৱনৰ ভৰা নৈত নাও মেলি তইঁত কোনোবা ৰূপকোঁৱৰৰ সপোন-পুৰীলৈ উঠি যাব, মই পাৰত বহি নিৰাশাৰ বালিৰে কঁহচাচ গঢ়ি তোলো।

অদৃষ্টই যে মোৰ জীৱনৰ তলে তলে উত্তপ্ত বালিৰ চাহাৰা মৰুভূমিখন গঢ়ি আনিছিল বীণা।

তই পঢ়িবলৈ এৰি দিলি। কিন্তু মই পঢ়ি থাকিলো। বোধকৰো দৈহিক অভাৱখিনি গুণেৰে পূৰাবলৈকে দেউতাই মোক উচ্চ শিক্ষা দিছিল।

কিন্তু মোৰ শিক্ষা দোষ-গুণ সোপাই আজি মোৰ বাবে অৰ্থহীন।

এদিন শুনিলো বোলে মোৰ হেনো বিয়া হ'ব। মোক চাবলৈ হেনো দৰা নিজে আহিব। সি বোলে সন্মত হৈছে, কেৱল মোক এবাৰ চাবলৈ বাকী।

ককাইদেউহঁতৰ মুখত তাৰ গুণৰ কথাও বহুত শুনিলো।

সি আহিবৰ দিনা। তাৰ অভ্যাৰ্থনাৰ বাবে সকলো প্ৰস্তুত। মোৰ যে সেইদিনা কেনেকুৱা লাগিছিল। সেই অনুভূতিবোৰ মই আজি প্ৰকাশ কৰিব নোৱাৰো। কোনেও মোক তেতিয়ালৈকে ভালপোৱা নাছিল। সেইবাবেই হবলা পুলকত বুকুখন মাজে মাজে কঁপি উঠিছিল।

কোন আহিব ভাবিছিলো—দেৱতা মোৰ, যাৰ চৰণত মোৰ নাৰী জীৱনৰ অৰ্ঘ দিম, যি মোক ভাল পাব, মোক নিজৰ কৰি লব।

সেইদিনা সেই দেৱতাৰে অপেক্ষাত মোৰ ফুলনিৰ হাচনাহানাজুপিয়ে স্নিগ্ধ সুৰভি সিচিছিল। শুকান পাতৰ ওপৰত পৰা নিয়ৰৰ টোপাৰ শব্দত নিস্তব্ধ জগতখন মোৰ দৰেই কপি উঠিছিল। কাৰোবাক ভাল পাবলৈ ইমান এটা বিৰাট ইচ্ছা যে মোৰ অন্তৰত লুকাই আছিল মই সেইদিনাহে অনুভব কৰিব পাৰিছিলো।

কিন্তু মোৰ বিশ্ৰী ভৰিটোৰ কথা ভাবি ভয় আৰু বেজাৰ লাগিছিল। ভাবিছিলো যদি গম পাই অৱহেলা উপেক্ষা কৰে? অযোগ্যা বুলি আঘাত দিয়ে?

যথাসময়ত আমাৰ ঘৰলৈ আহি সি মোক চাইছিল। ঘৰৰ মানুহবোৰে বুদ্ধি চক্ৰান্ত কৰি মোৰ বেয়া ভৰিটোৰ কথা তাক জানিবলৈ নিদিলে। মই হ'লে পিচত মনে মনে কান্দিছিলো। মানুটোক যে প্ৰবঞ্চনা কৰা হ'ল সেইতো মই বেচ বুজিছিলো। কিবা এটা ভয় আৰু আশঙ্কাত সেইদিনা মই শিয়ৰি উঠিছিলো।

সি মোক দেখি সন্তুষ্ট হৈ বিয়াত সন্মতি দি ঘৰলৈ গুছি গৈছিল। কবলৈ লাজ লাগে বীণা, তাৰ দৰে সুপুৰুষ এজনক স্বামী ৰূপে পোৱাৰ আশাত মোৰো নাৰী হৃদয় আনন্দত উথলি উঠিছিল।

তাৰপিচত ফুলশয্যাৰ ৰাতি: তোক আৰু কি ক'ম বীণা, মোৰ যে কেনেকুৱা লাগিছিল! তয়োতো তেনে এটা দিন উপভোগ কৰিছিলি। সেইদিনা তাৰ কাষত শুই কিয়ে এটা অবৰ্ণনীয় পুলকত শৰীৰৰ অণু-পৰমাণু পৰ্যন্ত ঝঙ্কৃত হৈ উঠিছিল। কেনেকুৱা যে মধুৰ সপোন সপোন লাগিছিল। কিয়ে এটা আচৰিত শক্তিয়ে মোক অৱশ কৰি তাৰ আঙুলীৰ এটা ক্ষীণ স্পৰ্শও অনুভব কৰি শিয়ৰি উঠিব পৰাকৈ মোক ওৰেৰাতি সজাগ কৰি ৰাখিছিল। নিজস্বকণ হেকৱাই তাৰ ইঙ্গিতত ব্যৱহৃত হ'ব পৰাকৈ মোক অসাৰ কৰি ৰাখিছিল।

কিন্তু বীণা সেই অৱস্থাতো কেতিয়াবা সেই একেটা অভাৱৰ চিন্তাই মোক অশান্ত অস্থিৰ কৰি তুলিছিল। জনাবুজা হোৱাৰে পৰা সেই একেটা চিন্তাই মোক কষ্ট দিছিল—সেইদিনাও মই শান্তি পোৱা নাছিলো।

তাৰ কাষত শুই শুই মই সেইদিনা ভাবিছিলো কিবা এটা যাদুৰ বলত যদি বাস্তিটোৰ ভিতৰতে মোৰ ভবিটো ভাল হৈ গলহেঁতেন।

তাৰ পিচত আৰম্ভ হ'ল অভিশপ্ত জীৱনৰ বুকু ভৰা হাঁহাকাৰ। পিচদিনা সকলোৱে ভালকৈ জানিলে যে মই বিকলাঙ্গী। স্বামীয়ে বুজিলে সি প্ৰতাৰিত হ'ল। তাৰ প্ৰতিশোধ সি মোৰ ওপৰত লবলৈ আৰম্ভ কৰিলে। লাহে লাহে মোক দেখিব নোৱাৰা হৈ আহিল। পৰাপক্ষত আঁতৰি আঁতৰি থাকিবলৈ ধৰিলে। কেতিয়াবা কেতিয়াবা গালি-শপনি দি আইৰ ঘৰলৈ ঘূৰাই পঠাবলৈ ঠিক কৰিছিল। কিন্তু শাহুৰ পৰা নোৱাৰিলে। মোৰ ওপৰত শাহুৰ এটা মমতা হৈছিল। বীণা, কিমান আছিল মোৰ জীৱনৰ আশা-অভিলাস, মোৰ মনে-পৰা কথা, মনে-সজা মধুৰ সপোন। কিন্তু ক'লৈ যে আঁতৰিল সেইবোৰ। তাৰ ঠাইত আহি পৰিল স্বামীৰ অৱহেলাৰ দহন, উপেক্ষিত নাৰী জীৱনৰ পোৰণি-ডেৱনি, ভগা-বুকুৰ চকুঁলো।

বৰ নিৰ্মম ভাবেই মোৰ এদিন সকলো স্বপ্ন ভাগি চূৰমাৰ হৈ গ'ল।

কিমান সহিলো, কিমান কান্দিলো, অকণমান ভালপোৱা বিচাৰি কিমান আশাৰে তাৰ মুখলৈ চাই মৰমৰ ভিখাৰীৰ দৰে অপেক্ষা কৰিলো। কেতিয়াবা প্ৰবৃত্তিৰ তাড়নাত, কেতিয়াবা বিশেষ গৰজত পৰি সি কেতিয়াবা মোৰ ওচৰ চাপিছিল, অকণমান আদৰ কৰিছিল। ক্ষন্তেকপৰৰ সেইকণ পোৱাকে মাণিক বুলি সাবটি লৈ দিন কটাইছিলো।

কিন্তু এদিন তাৰো অন্ত পৰিল, যিদিনা শাহু মৰিল।

ইমান সোনকালে শাহু আইও মৰি থাকিল।

সকলো সৰ্বনাশৰ মূল হেনো ময়ে।

তাৰ পিচত কত অপমান, কত অত্যাচাৰ।

জঘন্য কাহিনী সেইবোৰ।

সেইদিনটো এটা ফাগুনৰ দিন। সেইদিনা ফাগুনৰ পচোৱা চাতি চঞ্চল ভাবে বননিধনত বাগৰি ফুৰিছিল। বাহিৰত বেচ জুৰ পৰিছিল। মই মোৰ শোৱা কোঠাত বহি এখন কিতাপ পঢ়িছিলো। হঠাত

বাহিৰত চকু পৰিল। কিয় জানো, এনেয়ে কান্দি পেলাবৰ মন গ'ল।

তেনেতে হঠাত মোৰ স্বামী আহি ভিতৰ সোমাল? মোৰ সজল চকু দেখিয়েই নে কি জানো সি মোৰ ওচৰলৈ আহি গাত হাত থৈ মৰমৰ মাতেৰে সুধিলে,

"কি হৈছে তোমাৰ?"

মই উত্তৰ দিব নোৱাৰিলো। জানোচা মাত মাতিলে সেই নিস্তব্ধ মুহূৰ্ত্তৰ পোৱাকণো হেৰুৱাই পেলাওঁ। মোক নমতা দেখি সি ওচৰতে বহি আকৌ সুধিলে।

"ৰাণী, সচাকৈয়ে বাৰু তুমি মোক ভাল পোৱানে?"

ক'বৰ মন গৈছিল মোৰ নিজৰ প্ৰাণতকৈও ভাল পাওঁ বুলি; কিন্তু তাকে কৈ দি মোৰ অন্তৰৰ ভালপোৱাৰ অৱমাননা কৰিবৰ মন নগ'ল। কিমান ভাল পাওঁ তাক কৈ মোৰ অন্তৰ-ভৰা ভাল পোৱা এটা সঙ্কীৰ্ণ সীমাৰ মাজত সুমাই বুজাবৰ চেষ্টা নকৰিলো। সি মোৰ উত্তৰলৈ অপেক্ষা নকৰি ক'লে, "চোৱা ৰাণী, কিমান ফাকি প্ৰবঞ্চনা কৰি তোমাক মোলৈ বিয়া দিলে। তোমাৰ লগত মোৰ কোনোকালে সুখ নহব। তুমি যদি মোক ভাল পোৱা তেন্তে তুমি তোমাৰ বোপাইৰ ঘৰলৈ গুচি যোৱা। মোৰ জীৱনটো মাটি নকৰিবা।"

সেই কথা শুনাতকৈ যদি বধিৰ হলোহেঁতেন। কিমান আৰু কান্দিম বীণা, জীৱনী শক্তিখিনি চকুৰ পানীৰ লগতে নিঃশেষ কৰি দিব পৰা হলে নমৰো মানে কান্দিলোহেঁতেন।

দুৰ্গন্ধময় বোকাৰ পলস মই, মোৰ বুকুৰ ওপৰেৰে ভৰি দি গলেও তাৰ ভৰিত বোকা লাগিব। কান্দিবলৈ এৰি ভাবিলো মোৰ জীৱনৰ পঙ্কিল পথেদি মই অকলশৰে গুচি যাওঁ—কিয় তাক লগতে টানি আনো। বোকাৰ তলৰ কাঁইটৰ আঘাতত ময়ে মোৰ বুকুৰ তেজ ঢালি বাট ৰাঙলী কৰি যাওঁ, কিয় তাৰ কোমল চৰণত আঘাত লাগিবলৈ দিওঁ।

ভাবি-চিন্তি শেষত বোপাইৰ ঘৰলৈকে ঘূৰি আহিবলৈ ঠিক কৰিলো। কথাটো তাক পিৰ্চদনা কলো। আনন্দত আপোন পাহৰা হৈ সি তেতিয়াই

মোক পঠাবলৈ যোগাৰ কৰিলে।

মটৰ গাড়ী আছি পদুলি মুখত ৰলছি। ঘৰৰ পৰা কেনেকৈ ওলাই আহিলো ক'ব নোৱাৰো। কি ঘটিছে তাক অনুমান কৰিব নোৱাৰি কান্দিবও পৰা নাছিলো। কেবল মাত্ৰ মোৰ বাবে বৈ থকা মটৰখন ভালকৈ দেখিছিলো।

বেয়া ভৰিটোৰ কথা পাহৰি গৈছিলো। গাড়ীত উঠিব খোজোতেই হামখুৰি খাই পৰি কপালখন ফাটি গৈছিল। সিয়েই ধৰি মেলি গাড়ীত তুলি দিছিল। তেজবোৰ মুচি ভাবিছিলো, হয়তো মোক থবলৈ মানুহটো মোৰ লগতে আহিব। কিন্তু কিবা কাম আছে বুলি কৈ সি ভায়েকক মোৰ লগত পঠাইছিল।

মোৰ প্ৰাণৰ ৰুদ্ধ কান্দোনে, মোৰ অন্তৰৰ ব্যাকুল চিঞঁৰে তাৰ অন্তৰ স্পৰ্শ কৰিব নোৱাৰিলে। মোৰ তিৰোতা-মানুহৰ অন্তৰখনৰ সন্ধেদ সি নেপালে।

ভাল নোপোৱা আলহীক মানুহে বিদায় কৰাৰ দৰে সি মোক সহজে বিদায় দিলে।

সেইদিনা ঘৰলৈ আহি মৰাৰ কথা ভাবিছিলো। কিন্তু তেতিয়া মৰিব নোৱাৰিলো। মৰিবৰ বৰ ইচ্ছা হৈছিল, কিন্তু মৃত্যু আছে নিজৰ খুচিত, কাৰোবাৰ আহ্বানত নাহে।

আজি এটা নতুন ঘটনাই মীমাংসা কৰিলে যে মৃত্যু মোৰ একান্ত আৱশ্যকীয় হৈ পৰিছে। আজি তাক জোৰ কৰি মাতি আনিব লাগিব।

বীণা, মানুহে মোক পুতৌ কৰে। কিন্তু কোনেও ভাবি নেচায় যে সিহঁতৰ দৰে তেজ-মঙহৰ পিয়াহে মোকো জ্বালাতন কৰে। মানুহে মোক মৰম কৰে; কিন্তু দৰদী কোনো নাই। সেইবাবে মই মানুহৰ মাজতে অকলশৰীয়া।

কোনেও মন-কাণ নকৰাত মোৰ জীৱনটো লাহে লাহে বৰ পুৰণি হৈ আহিছিল। বহুদিনীয়া পুৰণি পকী দেৱালখনৰ দৰে, তাৰ ইটাবোৰ এচটা ছুচটাকৈ খহি পৰাৰ দৰে মোৰ জীৱনৰ দিনবোৰ এটা ছুটাকৈ

ভাগি পৰিছিল।

এনেসময়তে এদিন মোৰ ওচৰ চাপিল নবীন। নবীনক তইও চিনি পাৱ। সি আমাৰ ঘৰলৈ আপোন মানুহৰ দৰে অহা-যোৱা কৰে। দেউতা-মাইতে সকলোৱে তাক ভাল পায়।

মোৰ প্ৰতি তাৰ মনোযোগ বেচি। মোৰ অৱস্থাৰ বাবে সি বেজাৰ কৰে, কিন্তু তাৰ দুখ আন মানুহৰ দুখৰ দৰে নহয় বীণা, সি যেন পাৰিলে মোৰ সুখৰ বাবে কৰিব পৰা সকলো কাম কৰিবলৈ উৎসুক।

প্ৰথমে মোৰ কিছু বিৰক্তি লাগিছিল। ভাবিছিলো তাৰ আকৌ মোৰ কথালৈ ইমান আগ্ৰহ কিয়? মোৰ ভাল-বেয়ালৈ তাৰ আকৌ ইমান কিয় চিন্তা? শ্মশানৰ দৰে নিস্তব্ধ নিঃসঙ্গ মোৰ জগতলৈ আহি চিঞৰি-বাখৰি নীৰৱতা ভাঙিবলৈ তাক কিহে পাইছে? কিয় সি আহি হঠাতে কেতিয়াবা মোক অযথা চঞ্চল কৰি তোলে?

কিন্তু বীণা, লাহে লাহে তাক ভাল লাগি আহিছিল। মোৰ মনৰ সুখ-দুখৰ কথাবোৰ তাৰ লগত ভাগ কৰি লৈ কিবা এটা আনন্দ পাবলৈ ধৰিছিলো।

এদিন কিবা এটা আবেগত মোৰ কিবা এটা দুখৰ কথা তাৰ আগত কৈ মই কান্দি পেলালো। মোৰ চকুপানী দেখি তাৰো চকুলো বৈ আহিল। সেইদিনা মই বুজিলো, মানুহে মানুহৰ বাবে অতি সহজে কান্দিব নোৱাৰে সি মোক ভাল পায়।

তেতিয়াৰে পৰা মই তাক হিয়া উবুৰীয়াই ভাল পাওঁ। পুৰুষ সি, অবিশ্বাসৰ এখন আবৰণে তাকো আবৃত ৰাখিছে, কিন্তু সেই ঢাকোনৰ জলঙাই দি দেখা চকা-চমকা তাৰ ভিতৰৰ ৰূপটো মোৰ চকুত বৰ মধুৰ লাগে। সি গম পায়নে নেপায় ক'ব নোৱাৰো, এতিয়া মই তাক অতি ওচৰত বিচাৰো। এতিয়া মই তাৰ চকুত একুৰা জুই দেখো। ভুতৰ জুই দেখি পিচে পিচে খেদি যোৱা পথিকৰ দৰে মই তাৰ চকুত জুই খেদি ফুৰো।

কেতিয়াবা কেতিয়াবা তাৰ আগমনৰ অপেক্ষাত মই আত্মহাৰা হৈ

উঠো। মন বান্ধিব নোৱাৰো। তাক ভাল পাবলৈ, সকলো দিবলৈ মোৰ হিয়াখনে চিঞৰি উঠে। তই নাৰী বীণা, তই হয়তো বুজিবি মই কোন পথে আগবাঢ়িছো।

ভালকৈ বুজিছো আজি, বেচিদিন আৰু নীৰৱ হৈ থাকিব নোৱাৰো। অপ্ৰকাশৰ যাতনাখিনিয়ে মোক বৰ কষ্ট দিছে। হয়তো কেতিয়াবা যিকোনো মুহূৰ্তত মই নবীনৰ আগত নিজক মুকলি কৰি দিম। নিজেই দুৱাৰখন মেলি তাৰ পৰা লুকাই থোৱা অন্তৰখন দেখুৱাই দিম। তেতিয়া তাৰ পৰিণাম কি হবগৈ ক'ব নোৱাৰো।

বেচি আৰু আগুৱাব নোৱাৰো। থহনীয়াগৰাৰ ওপৰত এটা ভৰি দিলোৱেই: আনটো দিলে চিৰকালৰ বাবে নৰকত পিচলি পৰিম। সেইদেখি আজি মৰণক মাতিছো মোক থাপ মাৰি ধৰি ৰাখিবলৈ।

আজি মই মৰিম। এতিয়া ৰাতি এটা বাজিছে। এই চিঠি লিখা শেষ হলেই মই চিৰকালৰ বাবে ঘৰৰ পৰা ওলাই যাম।

কাইলৈ মোৰ অপদাৰ্থ ভৰিটোৰ কথা কোনেও নেভাবে। মানুহে মাথো ক'ব এজনী মানুহ মৰিল। কিছুমানে দুখ কৰিব, কিছুমানে ক'ব চেনেহৰ দুখীয়া মানুহজনী মৰিল ভালেই হ'ল।

তই হয়তো কান্দিবি।

মা-দেউতাহঁতে খুউব কান্দিব। তেওঁলোকৰ কথা ভাবিহে মোৰ চকুপানী ওলাইছে।

অকণমান মোৰ ভাইটিটোৱে কাইলৈ মোক বিচাৰি কান্দি ফুৰিব।

তয়ে তাক ফুৰাবলৈ নিবি দেই।

তহঁতৰ ঘৰৰফালে মোৰ খিৰিকিখন খোলা আছে। আন্ধাৰত মই তহঁতৰ ঘৰটো দেখা নাই কিন্তু সি যে আছে বেচ অনুভব কৰিছো।

তাই চাগৈ এতিয়া সপোন দেখিছ। নহলে হঠাত টোপনিৰ পৰা সাৰ পাই উঠি এতিয়া দুপৰ ৰাতি তোৰ তেওঁৰ লগত···। তহঁতৰ বিয়া হোৱা এথোন দুমাহেই হোৱা নাই। এতিয়াও হঠাত সাৰ পাই লগৰ জনকো জগাই তুলিবৰ বাবে তোৰ ঢেৰ আগ্ৰহ আকুলতা আছে।

তইঁত আজি দহোটা বজাতে শুইছ। তইঁত কেতিয়া শোৱ মই ক'ব পাৰো কাৰণ ওপৰৰ স্কাইলাইটেদি অহা তইঁতৰ শোৱনী কোঠাৰ লাইটৰ পোহৰটো মই দেখি থাকোঁ। তইঁত শুবলৈ গলেই লাইটটো নুমাই দিয়।

মোৰ শোওঁতে সদায় বহুত ৰাতি হয়। কাৰণ শোৱাৰ সুখ মোৰ নাই। বিচনাত পৰিলেই কাঁইটত বাগৰা যেন লাগে।

আজি মই চিৰনিদ্ৰাৰ বাবে প্ৰস্তুত।

চিঠি লিখা শেষ হৈ আহিছে।

মোকো যেন মৃত্যুৱে লাহে লাহে সাবটি ধৰিছে।

কি মধুৰ আলিঙ্গন!

বৰ আনন্দ লাগিছে বীণা।

মৰিবলৈও মোৰ ইমান ভাল লাগিছে।

এতিয়া জী থাকিয়েই মৰণৰ সুশীতল বুকুত মোৰ উত্তপ্ত মূৰটো নুমাই থৈ কি স্নিগ্ধ শীতল পৰশ আৰু আৰাম অনুভৱ কৰিছো তই কল্পনাও কৰিব নোৱাৰ। মইতো মৰিছোৱেই, এতিয়া কিজানি মৰাৰ পিচৰে এচোৱা অপূৰ্ব জীৱন অনুভৱ কৰিছো।

আজি মোৰ মানুহটোৰ পৰা এখন চিঠি পালো। তাৰ বোলে আকৌ বিয়া পাতিছে। তাৰ কথা ভাবিও আনন্দ লাগিছে। আজিৰ পৰা সি একেবাৰেই মুক্ত।

সমাজে, মানুহে, যৌৱনে মোৰ জীৱনৰ এচোৱা অধিকাৰ কৰি সিহঁতৰ প্ৰতিপত্তিৰ বাবে চাৰিওফালে এখন দুৰ্ভেদ্য বলা প্ৰাচীৰ গঢ়ি তুলিছে। তাৰ মাজৰ পৰা আজি মোৰো মুক্তি।

আজি নৈখনত বান উঠিছে। আগেয়ে ভৰা নৈ দেখিলে মোৰ ভয় লাগে। আজি কেনেকুৱা লাগিছে জান। এবছৰৰ আগেয়ে ফুলশয্যাত সেই মানুহটোৰ কাষত পৰি এদিন মোৰ যেনেকুৱা লাগিছিল আজিও তেনেকুৱা লাগিছে। ভৰা নৈৰ বুকুৰ অনন্ত ফুলশয্যাৰ আস্বাদ লবলৈ মই এতিয়া পুলকিত হৈ উঠিছো।

বাহিৰত বৰ এন্ধাৰ। জোনাকী পকৰাবোৰ মোৰ চিতা জ্বলাদি জ্বলিব লাগিছে। ভেকুলীবোৰে চিঞৰিছে। ম'ৰা চৰাইটোৱে মোক মাতিছেহি।

মোৰ ভয় লগা নাই।

বৰ ওলাই যাবৰ মন গৈছে।

ভগৱানক মই বিশ্বাস কৰো।

বিশ্ববীণাৰ অনন্ত সুৰৰ ময়ো এটা সুৰ। শুনিবলৈ পাইছো অনন্ত পাৰৰ এটা মধুৰ আহ্বান বাণী। দেখিবলৈ পাইছো অনন্ত পোহৰৰ এটা দীপ্তি ৰেখা। আজি এই মুহূৰ্তত বাচি থাকিবৰ অবাধ ইচ্ছাক জয় কৰি মৰণক আকোৱালি লবলৈ ওলাওঁতে মই ভগৱানক প্ৰাণৰ ওচৰতে অনুভৱ কৰিছো।

এয়ে মোৰ জীৱনৰ শেষ পথ।

জীৱনৰ জয় যাত্ৰা।

চিৰবিদায় বীণা—সখি মোৰ।

বাণী ——

# শৈশৱৰ প্ৰেয়া

মনত পৰে, সেই তেতিয়াৰ কথা—যেতিয়া শৈশৱৰ খেল-ধেমালিৰ, ওমলা জগতখনৰ মাজতে আন কিবা এটাৰ চেতনাই আহি মোক আন এখন নতুন জগতলৈ টানি লৈ গৈছিল, যেতিয়া মোৰ লগত একেলগে ওমলা বিনু, পুতুহঁতক একেবাৰেই মোৰ নিচিনা নহয় বুলি আৰু মোৰপৰা সকলো প্ৰকাৰে বেলেগ এটা জাতি বুলি লাহে লাহে বুজিব পাৰি সিহঁতৰ প্ৰতি অন্তৰলৈ কিবা এটা বুজাব নোৱাৰা কৌতূহল, কিবা এটা নিৰ্দোষ প্ৰীতিৰ ভাব আহি পৰিছিল।

সেই তেতিয়া, এদিন স্কুলৰপৰা আহি ঘৰত দেখিলো কিছুমান চিনি নোপোৱা আলহী। মাৰ সমান ডাঙৰ এজনী মানুহ, কেইটামান সৰু ল'ৰা-ছোৱালী আৰু বিনুৰ সমান ডাঙৰ এজনী ছোৱালী। ছোৱালীজনী তেতিয়া ঠিক কেনেকুৱা আছিল মনত নপৰে; অলপ মনত আছে, বৰ কটা চুলিৰে সৈতে অলপ ক'লা সৰু ধুনীয়া মুখ এখনৰ এটা অস্পষ্ট চাপ। মোৰ লগত আগেয়ে ওমলা আৰু পিছত ডাঙৰ হোৱা ছোৱালী বিনুৰ মুখত মই যেনেকৈ এটা লাজৰ আভাস দেখা পাইছিলো, তেনেকৈয়ে বিনুৰ সমান ডাঙৰ, ফ্ৰক পিন্ধি দৌৰি ফুৰা, সেই নবাগত ছোৱালীজনীৰ মুখতো মই তেনেকুৱা এটা লাজৰে ভাব আৱিষ্কাৰ কৰিছিলো আৰু তাইক মোৰ এজনী প্ৰকাণ্ড ডাঙৰ ছোৱালী যেন লাগিছিল। প্ৰথমতে তাইক দেখি কিবা এটা বুজাব নোৱাৰা আনন্দত মোৰ কোমল অন্তৰখন শিয়ৰি উঠিছিল। লাজত তাইক মই চকুৰে চকুৱে চাব নোৱাৰিছিলো। আৰু মই যে তাইৰ লগত কথা পাতিব পাৰিম, তাক কল্পনাও কৰিব পৰা নাছিলো। প্ৰথমতে আমাৰ ঘৰখনত সেই নতুন মানুহবোৰক নিজৰ ঘৰত থকা দি থকা দেখি ময়ে আলহী থকাৰ দৰে লাজে লাজে আঁতৰি ফুৰি-

ছিলো। আজিও মনত আছে, মই স্কুলৰপৰা অহাৰ পিছত সেই মানুহ গৰাকীয়ে মোক মাতি নি সকলোৰে মৰম কৰি কিবাকিবি কথা সুধিছিল, কিবা কিবি বস্তু কিছুমান উপহাৰ দিছিল আৰু মই নিজে মোৰ সমান ডাঙৰ ল'ৰা এটাক তেনেকৈ মৰম কৰাত লাজতে মৰহি গৈছিলো। এবাৰ মাক মনে মনে সুধিছিলো, তেওঁলোকনো ক'ৰ মানুহ, ক'ৰপৰা আহিছে। মাৰপৰা ইমানেই বুজিছিলো যে, তেওঁলোক আমাৰ আপোন মানুহ, মোৰ মাহীদেউ হয়। সেয়ে তেওঁলোকক প্ৰথম দেখিছিলো আৰু আপোন হলেও আগেয়ে কেতিয়াও তেওঁলোকক দেখা মনত নপৰিছিল।

তেওঁলোক আমাৰ ঘৰত কেইবাদিনো আছিল। সেই ছোৱালীজনী, যাক মাহঁতে বীণা বুলি মতা শুনিছিলো, তাইক প্ৰথম দুদিন মাতিবলৈকে সাহ কৰা নাছিলো। সিমান জনী গাভৰু ছোৱালীক নিজে উপযাচি মাতিবলৈ মোক কিবা এটা দুৰ্দ্দমনীয় লাজে আগভেটা দি ধৰিছিল। তাই মোৰ অস্তিত্বটোকে অনুভৱ কৰিব পৰা নাছিল, যেতিয়া পাৰিছিল নিসঙ্কোচে তাই অবাক হৈ মোৰ মুখলৈ চাই মইনো কোন জানিবৰ চেষ্টা কৰিছিল। মই তাই আমাৰ ঘৰত থকাত কিবা এটা অনিৰ্বচনীয় আনন্দ উপভোগ কৰিছিলো। স্কুলত তাইলৈ মনত পৰিছিল স্কুল ছুটীৰ পিছত দুগুণ উৎসাহেৰে ঘৰলৈ ঘূৰি আহিছিলো। নতুন মাহীদেউৰ লগত কিন্তু বৰ আপোন আৰু চিনাকি হৈ পৰিছিলো—তেওঁৰ অবাধ মৰমে মোক তেওঁৰ ওচৰ চপাই নিছিল।

মাহীদেৱে মোক টফিৰ টিন এটা দিছিল। তাৰে কেইটামান খাই বাকীখিনি কিতাপ থোৱা ডেস্কত ভৰাই থৈছিলো। এদিন স্কুলৰপৰা আহি মনত পৰি টিনটো উলিয়াই লৈছো, হঠাতে কৰবাৰপৰা বীণা আগতে ওলালহি। তাই এবাৰ প্ৰলুব্ধ চকুৰে টিনটোৰ ফালে চাই আঁতৰি যাব খুজিলে, মই হাতৰ মুঠিত ধৰেমানে সৰহকৈ এমুঠি টফি লৈ লাজটো কোনোমতে হেপা দি কলো—"খাবা নে বীণা?"

তাই লাজ কৰি আঁতৰি যাব খুজিলে। তাইক লাজ কৰা দেখি মোক নিজকে যথেষ্ট ডাঙৰ পুৰুষ যেন লাগিল, মই আগবাঢ়ি গৈ তাইৰ হাত-

খনত ধৰি মুঠিৰ টফিকেইটা দি আঁতৰি আহিলো ; তাই টফি লৈ দৌৰ মাৰিলে। তাই যোৱাৰ পিছত কিবা এটা মহৎ কাম সমাধা কৰাৰ গৌৰৱত মোৰ নির্দ্দোষ কোমল অন্তৰখন পুলকিত হৈ উঠিল। সি অতি পৱিত্ৰ স্বৰ্গীয় তৃপ্তি! টফি পাই তাই হয়তো মোক অচিনাকি বুলি পাহৰি গ'ল—লাহে লাহে তাই মোৰ ওচৰৰপৰা বৰকৈ আঁতৰি ফুৰিবৰ চেষ্টা নকৰা হ'ল। মইও আন কোনেও নজনা নুশুনাকৈ তাইক মনে মনে মাতিবলৈ ধৰিলো, দুই চাৰিটা কথা সুধিবলৈ ধৰিলো ; যেনে. তাই পঢ়িছে নে নাই, কি কিতাপ পঢ়ে, কোন স্কুলত পঢ়ে ইত্যাদি। মই নিজেও কেতিয়াবা মোৰ জ্ঞানৰ গভীৰতা আৰু শ্ৰেষ্ঠতাখিনি তাইৰ আগত জাহিৰ কৰিবৰ কাৰণে মোৰ ইংৰাজী কিতাপকেইটা উলিয়াই লৈ তাইক শুনাই শুনাই পঢ়িছিলো। এতিয়া ভাবিলে হাঁহি উঠে—কিবা এটা নিবিড় আনন্দ আৰু অনুভূতিৰ গভীৰতাই, এতিয়াৰ সকলো জনা, সকলো বুজা জীৱনৰ অভিজ্ঞতাখিনিয়ে, মোক অতীতৰ সেই একোটো নুবুজা মধুৰতা-খিনিৰ মাজলৈ টানি নিয়ে।

মই স্কুললৈ যাওঁতে মাক খুজি পইচা লৈ যাওঁ আৰু ঘূৰি আহোঁতে চক'লেট-টফি আৰু ওমলা বস্তুবোৰ বীণালৈ বুলি কিনি আনো আৰু মই দিছো বুলি আনৰ আগত কবলৈ মানা কৰি মোৰ ক্ষুদ্ৰ উপহাৰবোৰ মনে মনে বীণাক দি দিওঁ। সকলোৰে আগত তাইক মাতিবলৈ, তাইক কিবা বস্তু দিবলৈ মোৰ লাজ লাগিছিল। এনেদৰেই সকলোৰে অলক্ষিতে আমাৰ দুয়োটাৰ মাজত এটা নির্দোষ পৱিত্ৰ গভীৰ বন্ধুত্ব বাঢ়ি উঠিছিল।

সামান্য হলেও এটা ঘটনা আজিও পূৰাপূৰি মনত পৰে। আমাৰ বাৰীতে এজোপা ভাল বগৰী গছ আছিল। এদিন মই গছত উঠি বগৰী পাৰি দিছিলো আৰু বীণাইঁতে তলত থাকি বুটলিছিল। হঠাতে এবাৰ জোকাৰ খাই গছত লাগি থকা গধুৰ ফৰ্ম্মুটি এটা বীণাৰ ভৰিতে সৰি পৰিল। তাই চিঞৰি উঠিল। মই লৰালৰিকৈ নামি আহিলো। তাইৰ ভৰিত যথেষ্ট ঘা লাগিল। ভয়ে দুখে বিমোৰ হৈ তাইৰ ঘা ডোখৰৰ তেজবোৰ মচি দি সান্ত্বনা দিব ধৰিলো। তাই নাকান্দিবৰ

চেষ্টা কৰিলেও কষ্টত তাইৰ মুখৰ ৰংটো ক'লা হৈ পৰিছিল আৰু চকুৰ পানী বৈ আহিছিল। তাইৰ কষ্টত মইও মনতে বৰ আঘাত পাইছিলো আৰু মই বুজিছিলো, মাইঁতে তাৰ বাবে মোকহে দুষিব। সেই কাৰণে ভয়ও বৰ বেছিকৈ লাগিছিল। মই তাইক তাতে বহুৱাই থৈ ঘৰংপৰা মনে মনে ফটা কাপোৰ এডোখৰ লৈ গৈ তাইৰ ভৰিটো বান্ধি দিলো আৰু তাইক খুব আদৰ কৰি ঘৰলৈ পঠিয়াই দি মই শাস্তিৰ ভয়ত বাহিৰলৈ পলালো। গধূলি সাবে-সাবে ঘৰ সোমাই বুজিলো, সেই ঘটনাটোৰ বিষয়ে কোনেও মোৰ দৰে অস্থিৰ হৈ পৰা নাই। আন কি, কোনেও তাৰ উল্লেখকে নকৰিলে। সেইদিনা যদিও মই ভয়ত পলাই গৈছিলো, তথাপি ৰাতি শোওতে টোপনি নহালৈকে তাইৰ ঘা লগা ভৰিটোৰ কষ্টখিনি কল্পনা কৰি মনে মনে মোৰো চকু দুটা সজল হৈ পৰিছিল।

এদিন হঠাতে তেওঁলোক যাবলৈ ওলাল। আৰু যেতিয়া এটা এটাকৈ আটাইবোৰকে মটৰত উঠা দেখিলো, যেতিয়া বীণাই মোক 'যাওঁ' বুলি কৈ মটৰত উঠিল আৰু লাহে লাহে নিষ্ঠুৰ মটৰখনে চিৰকালৰ কাৰণে মোৰ সকলো আনন্দ অপহৰণ কৰি লৈ আঁতৰি গ'ল, তেতিয়া মোৰ অন্তৰখন কি অবৰ্ণনীয় দুখত ব্যাকুল হৈ পৰিছিল, তাক এতিয়া মই প্ৰকাশ কৰিব নোৱাৰো। অৱশ্যে যদিও যাবৰ সময়ত বীণাক সমূলি দুখ কৰা বা বেজাৰ পোৱা যেন নেদেখুৱালো, তথাপি সিহঁত যোৱাৰ পিছত মই বীণাৰ কথা ভাবি মোৰ পঢ়া ঘৰটোত সোমাই কোনেও নজনাকৈ অলপ কান্দিলো।

জীৱনৰ ওপৰেদি এঘাৰটা বছৰৰ পৰিৱৰ্ত্তনৰ ধুমুহা পাৰ হৈ গ'ল। জীৱনটোৱে কিবা এটা নতুন ৰূপ ললে। বীণাক লাহে লাহে পাহৰি আহিলো, লাহে লাহে তাইলৈ মনত পৰাৰ সাৰ্থকতাকণো কমি আহিল। জীৱনৰ এটা অটুট সঁচা ঘটনা লাহে লাহে স্মৃতিৰ মাজত সপোনৰ অৱাস্তৱতাৰ দৰে থাকি গ'ল।

ইয়াৰ ভিতৰতে কি যে হৈ পৰিলো—কিমান অভিজ্ঞতা, কিমান

বুজাৰ ভাৰ লৈ বুঢ়া হৈ পৰিলো!

কৰিবলৈ একোটো নথকাৰ এলাহ আৰু ছুটীৰ মাজত, এঘাৰ বছৰৰ মূৰত মোৰ মনৰ সকলো নতুন ব্যস্ততাৰ মাজতে কিবা এটা আপদীয়া লগ্নত হঠাতে এদিন সেই স্মৃতিটো সোণৰ ৰথত উঠি বিপুল সমাৰোহেৰে মোৰ মনৰ দুৱাৰত উপস্থিত হ'লহি।

মই মাৰ ওচৰলৈ গৈ সুধিলো—

'মা, সেই তাহানিখন যে আমাৰ ঘৰলৈ মানুহ আহিছিল, তুমি যে মাহীদেউ হয় বুলি কৈছিলা—তেজপুৰত যে ঘৰ···ইত্যাদি।"

মাৰপৰা বুজিব পাৰিলো, তেওঁ আমাৰ আপোন নহলেও ওচৰ সম্বন্ধীয়া মাহীয়েই হয়। বীণা আছে, তাইৰ হেনো কিবা অসুখ হৈছে। পুতুল বোলা জনী হেনো গাভৰু হৈ পৰিছে, ল'ৰা এটাই মেট্রিক পৰীক্ষা দিছে—ইত্যাদি।

মাক সুধিলো, এনেয়ে ঘৰত বহি শুই থকাতকৈ তেওঁলোকৰ ঘৰলৈ গলে বেয়া হব নে? মায়ে আনন্দমনে সন্মতি দিলে। অহা-যোৱা নথকাৰ বাবে কিমান আপোন মানুহ পৰ হৈ পৰিছে, বুলি দুখো প্ৰকাশ কৰিলে।

সেইদিনা ৰেলত বহি বহি এটা এটাকৈ অতীত জীৱনৰ কথাবোৰ সুঁৱৰিবলৈ ধৰিলো।···সেই তেতিয়াৰ মই! আৰু আজি কি বিৰাট পৰিৱৰ্ত্তন লৈ মই বীণাৰ ওচৰলৈ যাবলৈ ওলাইছো। আৰু বীণা—সিপক্ষৰ পৰিৱৰ্তন কল্পনা কৰিবলৈ মোৰ কল্পনা পঙ্গু—কেৱল এটা নিৰ্ব্বোধ আনন্দত অন্তৰখন উপচি পৰিল।

ঘৰ-দুৱাৰ দেখি বুজিলো, বীণাহঁত বৰ অৱস্থাপন্ন মানুহ। বাহিৰৰ কোঠা এটাতে বহি চাকৰ ল'ৰা এটাৰ আগত খবৰ দি পঠালো। প্ৰথমতে মাহীদেউ ওলাই আহিল। বিদায়পৰৰ যৌৱনৰ দুই-চাৰি অস্পষ্ট ৰেখাই চকুৰ দাঁতি দুটা অলপ ম্লান কৰি ৰাখিলেও, শান্ত গহীন সেই অপূৰ্ব্ব সুন্দৰ মুখখনেৰে মাহীদেউ যেতিয়া মোৰ সন্মুখত উপস্থিত হ'ল, মই অনেক চেষ্টা কৰিও সেই মুখখনত শৈশৱৰ চিনাকিৰ এটা আচো আৱিষ্কাৰ কৰিব নোৱাৰিলো। তথাপি আন্দাজতে চিনিব পাৰি কলো—

"মই তৰুণ" আইৰ নাম কৈ কলো—"তেওঁৰে ল'ৰা।"

"আই ঐ দেছি! মইনা, তুমি ইমান ডাঙৰ হলা, চিনিবই নোৱাৰি।" বুলি কৈ আনন্দৰ আৱেগত তেওঁ মোৰ ওচৰলৈ চাপি আহি মোক মৰম কৰি চুমা খালে। মই চকীৰপৰা নামি গভীৰ তৃপ্তিৰে তেওঁৰ ভৰি চুই নমস্কাৰ কৰিলো।

তাৰ পিছত অতদিন অহা নাই কিয়, ইমান আপোন হৈও কৰবাৰ কোনোবা যেন হৈ পৰিছো কিয়, মোৰ সেই তেতিয়া দেখাতকৈ কিমান পৰিৱৰ্তন হ'ল ইত্যাদি বহু কথা ওপৰা-উপৰিকৈ সুধি তেওঁ আনক খবৰ দিবলৈ ভিতৰ সোমাই গ'ল।

অলপ পৰৰ পিছতে ভিতৰ ফালৰ কোঠাটোৰ নীলা পৰ্দাখন দাঙি এজনী ছোৱালী দুৱাৰমুখত থিয় হ'লহি।

মোক অবাক হৈ চাই থকা দেখি তাই অলপ হাঁহি কলে—

"মোক চিনি পোৱা নাই, নহয়?"

"তুমি বীণা নোহোৱা জানো?"

"হয়।"

কি অভাৱনীয় পৰিৱৰ্তন! সেই তেতিয়াৰ বীণা! সঁচাকৈয়ে সপোন আৰু অবাস্তৱ যেন লাগিল। পৰ্দাখন হাতেৰে আঁতৰ কৰি দুৱাৰত আউজি থকা সেই ক্ষীণ, যথেষ্ট ওখ ছোৱালীজনী! সামান্য গৌৰ সৰু মুখখন, অলপ শেতা চকুযুৰিৰ ধুনীয়া দাঁতিত এটা ম্লান ছাঁ, গোটেই মুখখনত কিবা এটা কৰুণতাৰ, কিবা এটা বেদনাৰ আভাস, পদুম ফুলৰ ঠাৰিৰ দৰে কৃশ সোণৰ বালা পিন্ধা হাত দুখন, সৰু আৰু অনুন্নত বুকুখন, গোটেই শৰীৰটো লতাৰ দৰে পাতল আৰু কোমল সেই বাস্তৱৰ বীণাজনী!

অলপ পৰ চাই থাকি কলো—

"তোমাৰ নামটোৰ বাহিৰে আৰু একো চিনি পাওঁ যেন লগা নাই।"

"আজি কত দিনৰ আগেয়ে তোমালোকৰ ফালৈ গৈছিলো। মোৰ ফালৈ যোৱা বেছ মনত আছে আৰু তোমাক দেখাও মনত আছে, তুমি

তেতিয়া কেনেকুৱা আছিলা ঠিক মনত নাই, কিন্তু আজি হলে দেখি চিনি পাও যেন লাগিছে।"

"তোমাক হলে দেখিয়েই মই আন্দাজতে ৰীণা বুলি বুজিব পাৰিছিলো— তোমাৰ কিবা অসুখ হৈছে বুলি শুনিছিলো?"

"ওঁ, আজি কিছু দিনৰপৰা কিবা হাৰ্ট ডিজিজ।"

দীঘল কৈ উশাহ এটা লৈ ৰীণাই বলে। তাইৰ কথাষাৰ শুনি যথেষ্ট দুখ আৰু সহানুভূতিৰে কলো—

"এতিয়া কিন্তু তোমাক বেছ সুস্থ যেন দেখিছো। বোধকৰো, এতিয়া সম্পূৰ্ণৰূপে ভালদৈ আছিছা।"

"এতিয়া কিছু ভাল।"

মাহীদেউ আহি আলহীয়ে কৰিব লগা কেইটামান কামৰ নিৰ্দেশ দি গ'ল।

ভিতৰত বহি চাহ খাওতে ওচৰতে মাহীদেউ আৰু ৰীণা বহি আছিল। এবাৰ মাহীদেৱে ৰীণাক সুধিলে—

"পুতুল কলৈ গ'ল অ।"

"জানো, আছে এইখনতে কৰবাত। তৰুণ ককাইদেউৰ আগত লাজ দেখুৱাইছে।"

"পুতুল কোন?" কৌতূহল প্ৰকাশ নকৰাকৈ মই সুধিলো।

"মোৰ মাজুজনী ছোৱালী। অ' পুতুল···পুতুল! এই পিনে আহচোন।" তেওঁ মাতিলে।

ওচৰৰে কৰবাত হয়তো তাই আমাৰে কথা শুনি আছিল। মাকে মতা শুনি আহো নাহোকৈ আহি তাই দুৱাৰমুখত দেখা দিলে। তাইৰ মুখলৈ চাই মই বেগতে দৃষ্টি আঁতৰাই লব নোৱাৰিলো। জীৱনত মাহীদেউৰ দৰে ধুনীয়া মানুহ খুব কম দেখিছো। অনুভৱ হ'ল, যেন তাই ঠিক মাহীদেৱেই। জীৱনত প্ৰথম যৌৱনৰ পুৱাত যেতিয়া দেহৰ সবলো অবৰ্ণনীয় সৌন্দৰ্য্যৰ ৰং এনেকৈ বিকশিত হৈ উঠিছিল তেতিয়া হয়তো মাহীদেউও ঠিক এনেকুৱাই মনোমোহা আছিল। তাইৰ গোটেই

দেহত ভৰিৰ আঙুলিৰপৰা মূৰৰ চুলিলৈকে এটা তীব্ৰ মোহৰ আকৰ্ষণ লাগি আছে—বৰ বেছি অস্থিৰ, চঞ্চল আৰু লাজুকী।

কিছুপৰ থৰ লাগি চাই থাকি কলো—

"এওঁক কেতিয়াও দেখা মনত নপৰে, এওঁ আমাৰ তালৈ যোৱা সমূলি মনত নপৰে।"

"ওঁ, তাই তেতিয়া মাত্ৰ চাৰি বছৰীয়া ছোৱালী।" মাহীদেৱে কলে।

কিছুপৰ অস্থিৰভাৱে, কেতিয়াবা চাদৰখনৰ আগটো কামুৰি, কেতিয়াবা বেৰৰ চুণবোৰ চিকুটি, কেতিয়াবা ইফালে চাই আৰু কেইবাৰমান মোৰ ফালে অকস্মাতে চাই লৈ তাই কাকো একো নোকোৱাকৈয়ে আকৌ অন্তৰ্দ্ধান হৈ পৰিল।

বীণাৰ শান্ত সৌম্য মলিন মুখখনিলৈ চাই মই ভাবিব নোৱাৰিলো, কেনেকৈ একেজনী মাকৰ গৰ্ভতে এনেকুৱা দুজনী ছোৱালীয়ে জনম লব পাৰে। অৱশ্যে বীণাৰো নিজস্ব ৰূপৰ এটা বৈশিষ্ট্য আছিল। তাইৰ ৰুগ্ন দেহৰ সকলো নিষ্প্ৰভতাৰ মাজত তাইৰ কৰুণ শান্ত শেঁতা মুখখনে, তাইৰ উজ্জ্বল ডাঙৰ ক'লা ক'লা চকুদুটাৰ এটা অন্তৰতম গভীৰতাই তাইৰ মাজত জোনাকৰ দৰে কোমল স্নিগ্ধ এটা পোহৰৰ ৰূপ জিলিকাই ৰাখিছিল।

বাকী আছিল মহাদেউ: যেতিয়া তেওঁ আহিল, তেতিয়া উপলব্ধি কৰিব পাৰিলো, সেই ঘৰখনত মোৰ কাৰণে বহুত আদৰ-আপ্যায়ন, বহুত স্নেহ-প্ৰীতি অকণো ব্যয় নোহোৱাকৈ বহুদিনৰপৰা গোট খাই আছিল।

ভাবিছিলো, খুব বেছি ২।৩ দিনমান থাকিম। পিছত যাবলৈ ওলোৱাত মাহীদেউহঁতে আৰু কিছুদিন থাকিবলৈ অনুৰোধ কৰিলে। মহাদেৱে খং কৰি হুকুম কৰিলে যে, অতি কমেও মই আৰু এমাহ থাকিব লাগিব; এইয়ে প্ৰথম তেওঁলোকৰ ঘৰলৈ অহা, সেই কাৰণে।

চল পাই বীণাই কলে—

"নকৈছিলো, মাহঁতে ইমান সোনকালে যাবলৈ নিদিয়ে—এতিয়া পিছে? ইয়াত থাকি তোমাৰ বেয়া লাগিছে নহয়?"

মই যাবলৈ ইচ্ছা কৰিছো বুলি জানিব পাৰি এবাৰ পুতুলে বায়েকক সোধা শুনিলো—

"হয় নে বাইদেউ, আজি তৰুণ ককাইদেউ যাবগৈ বোলে ?"

"ওঁ, আজি ৰাতি যাবগৈ ?" ৰীণাইও জানো কি ভাবি, মিছাকৈয়ে কোৱা শুনিলো।

মই যোৱা-নোযোৱাৰ বিষয়ে পুতুলেও যে ভাবিছে তাক বুজিব পাৰি মনে মনে বৰ সন্তোষ পালো। আৰু বুজিব পাৰিলো, পুতুলে তাইৰ সেই শেতা জবাফুলৰ পাতৰ দৰে ৰঙা আৰু পাতল ওঠ দুটাৰে কেতিয়াও সাহ কৰি মোক নিজে উপযাচি সুধিবহি নোৱাৰে, মই কেতিয়া যাম। মোৰ আগত তাইৰ অবুজন লাজটো তাই তেতিয়াও শাসন কৰিব পৰা নাছিল। আন কি, মোৰ লগত মুখামুখিকৈ বেছি পৰ চাই তাই কথাকে পাতিব পৰা নাছিল। কেতিয়াবা বাধ্য হৈ যদিও তাই মোক দুই-চাৰিটা কথা কব লগা হৈছিল তাকো তাই নিজৰ ধৰণেৰে সমাধা কৰি লৈছিল। বিজুলীৰ দৰে খন্তেক পৰলৈ ওলাই আকৌ চাঁত কৰে নাইকিয়া হোৱাত তাইৰ অকণো অসুবিধা হোৱা নাছিল।

কিন্তু ৰীণাই মোক একেদিনৰ ভিতৰতে কোনোবা কালৰ আপোনৰ দৰে কৰি ললে। তাইৰে মোৰে মাজৰ সঙ্কোচৰ পৰ্দাখন বৰ সোনকালে আঁতৰি পৰিল। তাই মোৰ লগত অবাধ আৰু খোলা। দিনটোৰ বেছিভাগ সময় তাইৰ লগতে কটাও—তাইৰ লগত কথা পাতি, গল্প কৰি।

আগেয়ে ৰীণাই স্কুলত পঢ়িছিল, উচ্চশিক্ষা দিবৰ কাৰণে দেউতাকৰ মন আছিল যদিও তাইৰ ভগ্নস্বাস্থ্যই বাধা দিছিল। তথাপি পঢ়াত তাইৰ এটা বিশেষ ৰকমৰ ৰাপ আছিল। তাই নিজে এটা লাইব্ৰেৰী কৰি লৈছিল আৰু প্ৰায়ে কিবা এটা নহয়, কিবা এটা পঢ়িছিল।

সকৰেপৰা তাই আলসুৱা স্বাস্থ্যৰ আছিল। ডাঙৰ হলতো প্ৰায়ে তাইৰ অসুখ-অশান্তি হৈ আছিল। কিবা একধৰণৰ হাৰ্ট ট্ৰাবল হৈ তাইৰ স্বাস্থ্য একপ্ৰকাৰ ভাঙি পৰিছিল। শেষলৈ অসুখবোৰ এনেকুৱা হৈ পৰিছিল যে, তাই সহি সহি সেইবোৰ নীৰৱে সহিব পৰা হৈছিলগৈ

আৰু সেইবোৰ বেগতে ভাল হবৰ বা হঠাতে বেয়া গতি ধৰিবৰ কোনো সম্ভাৱনা নাছিল।

কেইদিনমানৰ ভিতৰতে মই উপলব্ধি কৰিছিলো—তাইৰ স্বাস্থ্যই তাইৰ মনৰ সকলোপ্ৰকাৰৰ গতিতে এটা নম্ৰতা আৰু কোমলতা দিছিল, তাইৰ জীৱনৰ বেকগ্ৰাউণ্ডত থাকি কিবা এটা কৰুণতাৰ ৰূপ দিছিল।

প্ৰথমে বীণাক লগ পাই মোৰ অকস্মাতে ক'ৰবাৰ অচিনাকি ছোৱালী এজনী লগ পোৱা যেন লাগিছিল; দিন যোৱাৰ লগে লগে যেতিয়া উপলব্ধি কৰিলো যে, মোৰ প্ৰতি কিবা এটা আকৰ্ষণ আৰু গভীৰ প্ৰীতিৰ ভাবে তাইৰ অন্তৰত ঠাই পাইছে, তেতিয়া মোৰ এজনী অচিনাকি গাভৰুৰ প্ৰথম চিনাকিৰ, প্ৰথম প্ৰীতিৰ আভাস পোৱা যেন লাগিল। তাইৰ প্ৰতি মোৰ নিজৰ মনৰ ভাব কেনেকুৱা, তাক যেতিয়া মই মোৰ অন্তৰখনত বিচাৰি চাইছিলো, তেতিয়া মইও নিজে বিস্ময় আৰু আৱেগত আত্মহাৰা হৈ পৰিছিলো।

জীৱনৰ সেই কেইটাদিনৰ বীণাৰে মোৰে মাজৰ যিবোৰ মানে নোহোৱা কথা, যিবোৰ অন্তৰতম প্ৰাণক স্পৰ্শ কৰা মধুৰ বিষাদ অনুভূতি যিবোৰ হাঁহি উঠা অধীৰ চঞ্চলতা, পাৰস্পৰিক ব্যস্ততা, সেইবোৰৰ মূল্য দুনিয়াৰ আন মানুহৰ কাৰণে অকণো নাই; কিন্তু মোৰ নিজৰ কাৰণে সি জীৱনৰ বাদ দিব নোৱাৰা বুৰঞ্জী।

যেতিয়া নৈতিকতাৰ সংকীৰ্ণ সীমাৰ মাজত মানুহে বীণাৰ আকাশস্পৰ্শী ভালপোৱাৰ কৈফিয়ৎ বিচাৰিব, তেতিয়া হয়তো বীণাই অনুতাপৰ চকুৰ পানীৰে তাইৰ ৰোগ মলিন কৰুণ মুখখন সজল কৰি তুলিব, কিন্তু যেতিয়া তাইৰ নিবিড়তম আন্তৰিকতাৰ পোহৰত মানুহে তাইক চিনি পাব, তেতিয়া বুজিব, যৌৱনৰ ফুলপাহ বিকশিত হৈ আহোতেই ভগ্নস্বাস্থ্য আৰু হতাশাৰ কেৰোণ সোমাই তাইৰ দেহ আৰু যৌৱনক জয় পেলাই তাইৰ প্ৰবৃত্তিৰ নিস্পৃহ বুকুত কেৱল এটা আশক্তিহীন উকা ভালপোৱাৰ বুভুক্ষাহে জীয়াই আছিল।

আৰু মই মোৰ তেজ-মাংসৰ উদ্ধত যৌৱনটো তাইৰ আন্তৰিকতাৰ

জুইত পুৰি জাহ যাবলৈ দি এটা অশৰীৰী দেৱতাৰ ৰূপ ধাৰণ কৰিছিলো; কিন্তু মোৰ নিজৰ ইচ্ছাত নহয়, ৰীণাৰ মাজৰ এটা শক্তিয়ে মোক মোৰ অজ্ঞাতসাৰে তেনেকৈ ৰূপান্তৰিত কৰিছিল।

"ককাইদেউ, তোমাৰ মনত পৰে নে তোমালোকৰ বাৰীৰ সেই বগৰী জোপা তুমি যে বগৰী পাৰি দিছিলা আৰু মাৰি এডাল পৰি যে মোৰ ভৰিটো কাটিছিল......।" ৰীণাই কলে।

"ওঁ, বেছ মনত পৰে, ইচ্ সেইদিনা যে মোৰ কিমান ভয় আৰু তুমি দুখ পোৱাৰ বাবে কিমান দুখ লাগিছিল।"

"সেই কথাটো মোৰো মনত পৰে, কিন্তু মোৰ মনত নপৰে তুমি তেতিয়া কেনেকুৱা আছিলা—কিমান ডাঙৰ আছিলা!"

"মোৰ হলে বহুত কথা মনত পৰে; তুমি তেতিয়া কেনেকুৱা আছিলা তাৰ এটা ছবি এতিয়াও মোৰ মনত আছে; কিন্তু আজিৰ লগত তাৰ অকনো সাদৃশ্য নাই—সিজনী এজনী বেলেগ ছোৱালী।"

ওচৰৰে চকী এখনত বহি তাইৰ ক্ষীণ বুকুখন ফাৰকোটটোৰে ভালকৈ বেঢ়ি লৈ অতি আগ্ৰহেৰে ৰীণাই মোৰ মুখলৈ চাই সুধিলে—

"মোৰ কথা তোমাৰ মনত আছে—সেই তেতিয়াৰপৰা আজিলৈকে...?"

তাইৰ কৌতূহল দেখি হাঁহি উঠিল, সুধিলো—

"তোমাৰ বাৰু আহিবৰ দিনাৰ কথা মনত পৰে নে?" অলপ ভবাৰ পিছত তাই কলে—

"ওহো, কেতিয়া আহিছিলো মনত নপৰে—কি হ'ল?"

"এতিয়া ভাবিলে কিবা এটা দুখ আৰু আনন্দৰ অব্যক্ত ভাবে মনটো ব্যাকুল কৰি তোলে ৰীণা; তোমাৰ এতিয়া কলে হাঁহি উঠিব, তোমাক মই মনে মনে, কোনেও কব নোৱাৰাকৈ, আন কি তুমি নিজেও কব নোৱাৰাকৈ ভীষণভাৱে ভাল পাইছিলো আৰু যিদিনা তোমালোক আহিছিলা, কি বিৰহৰ যাতনাকে যে মই ভুগিছিলো—তোমালোক অহাৰ পিছত মই মোৰ পঢ়া ঘৰত সোমাই কোনেও নজনাকৈ কান্দিছিলো।"

মই মোৰ অতীত জীৱনৰ সেই সকলো কথা প্ৰকাশ কৰি, তাইৰ প্ৰতি

মোৰ সেই লৰালি আসক্তিটো স্বীকাৰ কৰি এটা তৃপ্তি লাভ কৰিলো। কিন্তু সেই কথাবোৰ কৈ মই তেতিয়াৰ গাভৰু বীণাৰ ওচৰত তাইৰ হিচাপত বাকী থকা প্ৰতিদানৰ কথা ভবা নাছিলো। কিন্তু মোৰ কথাষাৰ শুনি তাইৰ শেতা মুখখনলৈ অৱশিষ্ট তেজকণৰ এটা ৰঙচুৱা বোল, তাইৰ করুণ চকু দুটালৈ এটা গভীৰ অনুপ্ৰেৰণাৰ জ্যোতি আহি পৰিল। গভীৰ অনুভূতি আৰু আৱেগৰ সুৰত তাই কলে—

"ককাইদেউ, তুমি সঁচাকৈয়ে মোক ইমান ভাল পাইছিলা নে? মোৰ দেখোন তোমাৰ কথাবোৰ গল্পৰ দৰে মধুৰ আৰু অবাস্তৱ যেন লাগিছে···মই তেতিয়া বৰ সৰু আছিলো নহয়?"

"ওঁ, তুমি সৰু আছিলা।" মই তাইৰ কথাষাৰৰ ঠিক উত্তৰ দিবৰ কোনো প্ৰয়াস নকৰি তাইৰ পৰিৱৰ্ত্তনখিনি বিস্ময় আৰু আনন্দেৰে লক্ষ্য কৰি কলো।

"তুমিওতো তেতিয়া সৰু আছিলা তৰুণ ককাইদেও!—আৰু তেতিয়াই ইমান ভালপোৱা···।" তাই তৃপ্তিৰ হাঁহি এটা মাৰি কলে।

"তথাপি বীণা, কিমান গভীৰ—কিমান মধুৰ আৰু কিমান নিৰ্দোষ সেই ভালপোৱা!"

বীণাই তাইৰ গালত হাত এখন দি কিবা এটা বিষাদ, কিবা এটা আনন্দৰ উজ্জ্বলতা ভৰা দৃষ্টিৰে মোৰ মুখলৈ ভাবেমান পৰ থৰ লাগি চাই থাকিল।

* * * * *

দুপৰীয়া বৰষুণ এজাক দি বেছিকৈ জাৰ পৰাত অলপ শুবৰ মনেৰে বিচনাত পৰিলো। এবাৰ বীণা আহি বিচনাৰ ওচৰলৈ চকী এখন টানি নি বহি কলে—

"আমনি কৰাৰ বাবে বেয়া নাপাবা ককাইদেও, মই তোমাক কথা এটা সুধিবলৈহে আহিলো।"

অবাক হৈ তাইৰ মুখলৈ চাই সুধিলো—"কি কথা?"

"তুমি অহাৰ আগেয়ে মোৰ হাৰ্টৰ কিবা বেমাৰ হৈছিল, এতিয়াও

সম্পূর্ণ ভাল হোৱা নাই, এতিয়াও পৰিশ্ৰম কৰিব নোৱাৰো, আন কি, ডাক্তৰে পঢ়িবলৈকো মানা কৰিছে। বাৰু ককাইদেও, মই যদি তুমি থাকোতেই এই বেমাৰতে মৰি থাকো, তেতিয়া তোমাৰ কেনেকুৱা লাগিব ?”

তাইৰ ক্ষীণ দুৰ্ব্বল দেহটোৰ উজ্জল ক'লা চকু দুটাৰে সৈতে নিস্তেজ মুখখনলৈ চাই দেখিলো—শান্ত গহীন আৰু কৰুণতাৰে মলিন।

“তুমি কি আচৰিত কথাবোৰ কৈছা বীণা—বেমাৰ আটাইৰে হয়, তুমি খুব সোনকালে ভাল হবা। আৰু এতিয়া তোমাক বিশেষ অসুস্থ যেন নালাগে।”

ককাইদেও, ভাল হলে ভালেই—মৰিবলৈ কোনে ভাল পায় ? কিন্তু এটা কথা নহয় ককাইদেও, তুমি সেই সৰু কালৰ যাক ইমান ভাল পাইছিলা আৰু এতিয়া অতবোৰ মনত নপৰা দিনৰ পিছত, তোমাৰ সেই সৰুকালৰ প্ৰিয়াৰ এই চিৰৰুগ্ন অসুখী জীৱনৰ ভাগি পৰা ৰূপটো দেখি তোমাৰ কেনেকুৱা লাগে ?”

তাইৰ কথাৰ ব্যৰ্থতাৰ সুৰে মোৰ অন্তৰত আঘাত কৰিলেও অকণো নভবাকৈ কলোঁ—

“তোমাক দেখিলে মই ভাবিবই নোৱাৰো যে, তুমিয়েই সেই তাহানি-খনৰ মোৰ প্ৰিয়া।”

মোৰ কথাষাৰ শুনি অকস্মাতে তাইৰ মুখত এটা বেছি গভীৰ, নতুন ব্যৰ্থতাৰ চিন ফুটি উঠিল, তাইৰ ক্ষীণ বুকুখনৰ এটা অস্বাভাৱিক উঠা নমাই তাইৰ অন্তৰৰ এটা গভীৰ হুমনিয়াহ প্ৰকাশ কৰিলে। তাই কলে—

“ঠিক কথা ককাইদেও, সেই তেতিয়া আৰু এতিয়াৰ অতবোৰ ব্যৱধানৰ দূৰত্বই মানুহৰ প্ৰাণৰ সম্বন্ধকো যে আঁতৰ কৰি আনিব পাৰে তাত মোৰ অকণো সন্দেহ নাই। কি নিষ্ঠুৰ সময়বোৰ, আমাৰ ফুলনিত মই দেৱদাৰু গছৰ পুলি এটা ৰুইছিলো—আজি বহুত দিনৰ আগৰ কথা, সেই পুলিটো জীয়াই ৰাখিবৰ কাৰণে তেতিয়া মই কিমান যে কষ্ট নকৰিছিলো, আজি সেই পুলিটো গছ হৈ শুকাই মৰি যাব ধৰিছে, কিন্তু তাৰ কাৰণে আজি মোৰ অকণো মৰম নাই। কিন্তু ককাইদেও, আজি

যদি মই কেৱল এদিনৰ কাৰণে আকৌ তেনেকুৱা সক হব পাৰিলোহেঁতেন।”

মই শোৱাৰপৰা উঠি বহি দৃঢ়তাৰে ক'লা—

“তথাপি বীণা—তোমাৰ আজি যি পৰিৱৰ্ত্তনেই নহওক—সেই অতীতৰ স্মৃতিয়ে আজিও তোমাৰ মাজত সেই শৈশৱৰে কিবা এটা তীব্ৰ মধুৰতা জীয়াই ৰাখিছে। যদিও আজি তোমাক নতুন যেন লাগিছে, তথাপি মই পাহৰা নাই যে, তুমি মোৰ সেই তাহানিখনৰে বীণা।”

আৰু কিছুদিন পাৰ হৈ গ'ল। বীণাজনীৰ সৰু বুকুখনত ভাল পাবৰ কাৰণে ইমান মৰুভূমিৰ পিয়াহ লুকাই আছিল! অনুভৱ কৰিছিলো, তাইৰ গোটেই চিত্ত'টাৰে মোক ভাল পাবলৈ উদ্দাউল হৈ পৰিছিল। কিন্তু তাই মোৰ পৰা সামান্য কিবা এটা প্ৰত্যাশাৰ কল্পনাও কিজানি কৰা নাছিল। মোৰ দৈহিক সম্বন্ধৰপৰা দূৰে দূৰে আঁতৰি থাকি তাই যেতিয়াই বুজিব পাৰিছিল যে, তাইৰ গভীৰ ভালপোৱাই মোৰ অন্তৰ-খনতো এক সুৰৰে কঁপনি তুলিছে, তেতিয়াই তাই সকলো পোৱাৰ আনন্দত পৰিপূৰ্ণ তৃপ্তি লাভ কৰিছিল। মই নিজে তাইক আকাশৰ তৰাৰ দৰে দূৰত দেখি কেতিয়াবা বিস্ময় আৰু আনন্দত আকুল হৈ পৰিছিলো—কেতিয়াবা তাৰ গৌৰৱক মনে মনে পূজা কৰিছিলো আৰু কেতিয়াবা তাৰ ওচৰ পাবৰ এটা সুদূৰপৰাহত অবুজন আকাঙ্ক্ষা মনত জাগি উঠিছিল। আৰু কেতিয়াবা তাইৰে মোৰে জীৱনৰ মাজলৈ অকস্মাতে পুতুল আহি একোটা বেমেজালি লগাই দিছিল। পুতুলে লাহে লাহে মোৰ আগত যথেষ্ট খোলা হবলৈ ধৰিলে। মই মনে মনে তাইকো ভাল পাইছিলো, তাইৰ অনুপম সৌন্দৰ্য্যত মুগ্ধ হৈছিলো, কিন্তু পুতুলক ভাল পোৱাত আৰু বীণাক ভাল পোৱাত কিমান বিভিন্নতা! পুতুলক ভাল-পোৱাত আছিল তাইৰ দেহৰ অনুপম সৌন্দৰ্য্যৰ, তাইৰ অধীৰ উচ্ছল প্ৰথম যৌৱনৰ সমাৰোহ আৰু বীণাক ভালপোৱাত উপলব্ধি কৰিছিলো দেহৰ, যৌৱনৰ অকণো আড়ম্বৰ নোহোৱা এটা উকা গভীৰ তৃপ্তি আৰু পৱিত্ৰতা—আকাশৰ তৰাৰ দৰে এটা দূৰ দূৰ ভাব—এটা বিস্ময় আৰু আনন্দৰ অনুভূতি।

এদিন যেতিয়া আবেলি স্কুলৰপৰা ঘূৰি অহা পুতুলৰ লগত পঢ়াশুনাৰ বিষয়ে দুই চাৰিটা কথা পাতি অতি ভীষণভাৱে ব্যস্ত হৈ আছিলো, তেনে সময়তে আহি বীণাই কলে—

"ককাইদেও, আজি নৈৰ পাৰৰ ফালে ফুৰিবলৈ যাওঁ বল।

মই তাইৰ লগত ওলাই আহিলো—কিছুপৰ ফুৰি ফুৰি নৈৰ পাৰৰে শিল এচটাত বহি বহুত পৰ কথা পাতিলো। কথাপ্ৰসঙ্গত এবাৰ বীণাই কলে—

"বুজিছা ককাইদেও, চকু মেলি থাকিলে যেনেকৈ চাবৰ ইচ্ছা নহলেও দেখা পায়, তেনেকৈ ভাল পাবৰ যোগ্যতা নাথাকিলেও অন্তৰত ভাল-পোৱাৰ প্ৰবৃত্তিটো সজাগ হৈ থাকে। মোৰ এই দেহ, এই স্বাস্থ্য, এই ৰূপ লৈ কাৰোবাক ভাল পাবৰ দুঃসাহস নাই। কিন্তু তোমাৰ কথা বেলেগ, তুমি মোৰ ককাইদেও, মই তোমাৰ ভনীটি, তোমাৰ সেই সক কালৰে প্ৰিয়া।"

তাৰ পিছত প্ৰায় এমাহ পাৰ হৈ গ'ল। মই অনেক প্ৰকাৰে কৈ মেলি এদিন ঘৰলৈ ঘূৰিবৰ কাৰণে অনুমতি পালো। মোৰ অভিপ্ৰায় বীণাক জানিবলৈ দিয়াত তাই কলে—

"তুমিতো এদিন যাবাই ককাইদেও, তথাপি মই ভাবিবই নোৱাৰো যে, তুমি এদিন আমাৰ ওচৰৰপৰা ইমান দূৰলৈ আঁতৰিবা। কেতিয়াবা ভাবো, তুমি নহা হলেই ভাল আছিল।"

"অহাৰ বাবে যদি বেয়া পাইছা এইবেলিৰপৰা আৰু নাহো।" ধেমালিতে মই কলো।

"নাহো বুলি কব নোৱাৰা, হয়তো কিবা আৱশ্যকো হব পাৰে। কিন্তু যদি সঁচাকৈয়ে নাহা, তেন্তে এই প্ৰথম আৰু শেষবাৰ অহাই মোৰ কাৰণে যথেষ্ট"

"তাৰ মানে?"

"তাৰ মানে একো নাই, যদি নাহা, বুজিম, ইয়ালৈ আহিবৰ কাৰণে তোমাৰ অন্তৰত অকণো আগ্ৰহো নাই, আকৰ্ষণো নাই।"

হঠাতে মই আহিবৰ কেইদিনমানৰ আগতে এদিন ৰাতি বীণাৰ অসুখ হৈ পৰিল। তাইৰ সেই বুকুৰ বেমাৰটোৱে আকৌ তাইক আক্ৰমণ কৰি পেলালে। মাহীদেউৰ মাতত চকুমক্কৈ সাৰ পাই উঠি গৈ দেখিলো, তাই বিচনাত পৰি কষ্ট ভোগ কৰিছে। মই আহিবৰপৰা তাইক শয্যাগত দেখা নাছিলো। সেইদিনা অকস্মাতে তাইক তেনে অৱস্থাত দেখি মনে মনে বৰ বেজাৰ পালো। ভালেমান ৰাতিলৈকে তাইৰ কাষতে বহি কটালো।

ৰাতিপুৱা ডাক্তৰ আহিল। মহাদেউক ডাক্তৰৰ লগত পৰামৰ্শ কৰাৰ পিছত যথেষ্ট চিন্তিত যেন দেখিলো। মোৰ ঘৰলৈ অহাটো পাছ পৰি থাকিল। তেনে অৱস্থাত তাইক এৰি থৈ অহাৰ কথা ভাবিবই নোৱাৰিলো।

কেইদিনমান এটা নতুন ব্যস্ততাৰ মাজেদি পাৰ হৈ গ'ল। মাহীদেউ অস্থিৰ, মহাদেউ চিন্তিত, পুতুল আগতকৈ গহীন হৈ পৰিল। বীণাক পৰিচৰ্য্যা কৰিবৰ সুবিধা পাই মই নিজকে পাহৰি থাকিলো।

কেতিয়াবা অকলশৰে তাইৰ বিচনাৰ কাষত বহি তাইৰ যাতনাক্লিষ্ট মলিন মুখখনলৈ চাই ভাবো—সেই অকণমান অভিশপ্ত বুকুখনৰ মাজত কিমান নিবিড় ভালপোৱা—কিমান ভাব—কিমান মধুৰতা!

কেতিয়াবা তাইৰ বিচনাৰ কাষত বহি তাইৰ কাপোৰেৰে আবৃত ক্ষীণ দেহটো তন্দ্ৰালস মুদ খোৱা চকু দুটাৰে সৈতে ৰুগ্ন মুখখন চাই চাই মই নিজৰ অজ্ঞাতসাৰে কেতিয়াবা ভাবৰ সীমান্তত তাইক মৰা দেখো। অনুভৱ কৰো, কিমান আশা-আকাঙ্ক্ষা, প্ৰীতি-স্নেহেৰেভৰা তাইৰ অন্তৰখন মৃত্যুৰ অনন্ততাৰ মাজত লীন হৈ যাব ধৰিছে। ভাবি ভাবি কেতিয়াবা মোৰ চকু সজল হৈ পৰিছিল।

বীণাই বুজিছিল, তাইৰ কাৰণে মই বৰ ব্যস্ত আৰু ব্যথিত হৈ পৰিছিলো। যেতিয়া মোৰ দৃষ্টিৰ লগত তাইৰ দৃষ্টি মিলি গৈছিল, তেতিয়া দেখিছিলো তাইৰ চাৱনিত এটা গভীৰ কৃতজ্ঞতাৰ, এটা স্বৰ্গীয় প্ৰীতিৰ অভিব্যক্তি। কেতিয়াবা দুৰ্ব্বল কঁপা মাতেৰে তাই তাকে প্ৰকাশ কৰিছিল।

পাঁচ দিনমানৰ পিছত তাই যথেষ্ট সুস্থতা অনুভৱ কৰিলে—আন কি, বিচনাৰপৰা উঠি অলপ ফুৰিবলৈও মন কৰিলে। কিন্তু ডাক্তৰৰ নিৰ্দ্দেশ-

মতে তাই বিচনাকে আশ্রয় কৰি থাকিব লগা হ'ল। ভুগি ভুগি তাই বহুতখিনি সহ্যগুণ লাভ কৰিছিল। ছদিনৰ দিনা পালেংখনৰ কাণিছত গাৰু কেইটামান দি আউজি বহি লৈ তাই কলে—

"মই ভাল পাইছো ককাইদেও—আজি অকণো বেয়া লগা নাই। তুমি মোৰ কাৰণে ইমান কষ্ট কৰিছা!"

"মোৰ কষ্টৰ কথা বাৰু তুমি ভাবিব নালাগে। তুমি যে ভাল পাইছা তাৰ বাবে মই অন্তৰেৰে সৈতে আনন্দ পাইছো।"

"তুমি যদি এনেকৈ সদায় মোৰ ওচৰত থাকা, এনেকৈ মোৰ কাৰণে যদি ব্যস্ত হৈ থাকা, তেনেহলে মোৰ এনেকুৱা হার্ট ডিজিজ গোটেই জীৱন ধৰি থাকিলেও বেয়া নাপাওঁ।" কথাষাৰ কৈ তাই মোৰ চকুলৈ চাই থাকিব নোৱাৰিলে।

তাইৰ কথাৰ উত্তৰ দিবলৈ মোৰ অকণো শক্তি নাছিল। মই কেৱল থৰ হৈ তাইৰ মুখলৈ চাই থাকিলো; হয়তো তাই মোৰ চকুলৈ চোৱা হলে বুজিলেহেঁতেন, মোৰ চকুত এটা অতি স্পষ্ট প্ৰত্যুত্তৰ ফুটি উঠিল।

অলপ পৰৰ পিছত তাই যথেষ্ট অৱশ হৈ কলে—

"চাওঁ, ককাইদেও, মোক অলপ শুৱাই দিয়াছোন।"

মই অতি সাৱধানে তাইক বিচনাত শুৱাই দিলো। তাই চকু দুটা মুদি অলপ পৰ টলকা মাৰি থাকি নিজৰ বুকুখন নিজে খেপিয়াই মোৰ ফালে চাই কলে—

"এইখিনিতে এতিয়াও এটা কষ্ট লাগি থকা যেন লাগিছে।" তাৰ পিছত তাই মোৰ হাতখন টানি নি তাইৰ বুকুৰ ওপৰত থৈ কলে—

"চোৱাছোন, মোৰ বুকুখন বৰ বেছিকৈ ধপধপাইছে নে কি?"

মই অলপ পৰ তাইৰ বুকুখন অনুভৱ কৰি কলো—

"নাই, ঠিক আছে বীণা—তুমি ভয় নকৰিবা।"

তাই মোৰ হাতখনৰ ওপৰত তাইৰ নিজৰ হাতখনেৰে অলপ চেপা দি কলে—

"মই ভয় কৰা নাই—কিন্তু উঃ, এইখিনিতে এতিয়াও কিবা এটা কষ্ট।"

অলপ পৰ তেনেকৈ থকাৰ পিছত কিবা এটাৰ চেতনাই মোক অকস্মাতে লাহে লাহে অধীৰ কৰি আনিলে, তাইৰ বুকুৰ পৰা মোৰ হাতখন মই লাহে লাহে আঁতৰাই আনিব খুজিলো। তাই তেতিয়াও মোৰ হাতখনত চেপা দি ধৰি আছিল, মোৰ প্ৰয়াসৰ গম ধৰিব পাৰি তাই নিজেই হাতখন আঁতৰ কৰি দি মোৰ মুখলৈ চাই হাঁহি কলে—

"মই কিবা এটা পাহৰিছিলোৱেই ককাইদেও, তোমাৰ ওচৰত মই নিজকে তুমি সেই ভালপোৱা দিনৰে সক ছোৱালীজনী যেন ভাবো ; মই পাহৰিয়েই যাওঁ যে, মই ডাঙৰ হৈছো।"

"মইও তোমাক তেনেকৈয়ে ভাবো, তুমি এতিয়াও মোৰ কাৰণে সক ছোৱালীজনী।"

* * * * *

আৰু কেইদিনমান পাৰ হৈ গ'ল। বীণা লাহে লাহে ভাল হৈ আহি বিচনা এৰিব পৰা হ'ল।

প্ৰকাণ্ড ইজি চেয়াৰ এখনত বহি বীণা, ওচৰতে মই বহি তাইক খবৰ কাগজ এখন পঢ়ি শুনাইছো। মাজতে এবাৰ কলো—

"তোমাৰ ভাল যেতিয়া মই কালিমানলৈ ঘৰলৈ যাওঁগে বীণা, আজি বহুত দিন হ'ল ···।"

"অ' এৰা, তুমি যে এদিন যাবাগৈ, সেই কথাষাৰ মই পাহৰিয়েই থাকো। তোমাৰ ইচ্ছা, যোৱাৰ দুখটো এদিন নহয় এদিন সহিবই লাগিব।"

কাগজখন এফলীয়াকৈ থৈ মই মুৰ্খৰ দৰে সুধিলো—

"নাক বীণা, তুমি মোক ইমান ভালপোৱা কিয়—আৰু মই আঁতৰি যোৱাত তোমাৰ দুখেই বা কিহৰ ?"

অলপ পোন হৈ বহি মোৰ চকুৱে চকুৱে চাই তাই কলে—

"ককাইদেও, সেই কথাষাৰৰ উত্তৰ যেতিয়ালৈকে তুমি নিজে প্ৰাণত উপলব্ধি কৰিব নোৱাৰা, তেতিয়ালৈকে তুমি মোক ভাল পোৱা নাই।"

মই মনে মনে থাকিলো—ভাবিলো। কিছুমান পৰৰ পিছত আকৌ তাই কলে—

"কি ভাবিছা? মই বুজিছো, তোমাৰ মনত এতিয়াও কিবা এটা সন্দেহ লাগি আছে। তুমি জানাই, মই বিবেচনা কৰিব পৰা যথেষ্ট ডাঙৰ ছোৱালী। এদিন তুমি মোক ভাল পাইছিলা—তেতিয়া তোমাৰ নিঃস্বার্থ ভালপোৱাই মোৰ পক্ষৰপৰা প্ৰতিদান নিবিচাৰিছিল—আজিও তুমি মোক তেনেকৈ ভাল পাব নোৱাৰা নে? ইমান বেমাৰী আৰু শক্তিহীন হৈ পৰিছো মই—দেহ আৰু যৌৱন মোৰ আধা মৰা—কিন্তু আন পক্ষৰপৰা একোটা নোপোৱাৰ তৃপ্তিয়ে পূৰাই দিব নোৱাৰে নে?"

ভালেমান পৰ তাইৰ মুখলৈ চাই থাকি কলো—

"পাৰে বীণা—আৰু বেছিকৈ পাৰে, যেতিয়া বুজো, আন পক্ষৰ আত্মাৰ গভীৰতাক দেহা ভেদি গৈ মোৰ ভালপোৱাই স্পৰ্শ কৰিব পাৰে।"

যোৱাৰ আগদিনা ৰাতি প্ৰফুল্ল চিত্তেৰে বিচনাত শুই থকা বীণাৰ বিচনাৰ কাষতে বহি কলো—

"কাইলৈ ৰাতিপুৱা যাম বীণা, ঠিক কৰিলো। যোৱাৰ আগতে তোমাৰ কিবা কবলৈ আছে নে?"

মোৰ আৰু কবলৈ কি আছে—আকৌ আহিবা।"

"নিশ্চয় আহিম।"

তাইৰ সজল হৈ অহা চকু দুটা মোৰ ওপৰত ৰাখি কলে—

"কেতিয়া আহিবা?"

"যেতিয়া সুবিধা আৰু সময় পাওঁ।"

অলপ পৰ মৌনতাৰ পিছত মই তাইৰ মুখলৈ চাই হঠাতে এটা পৰিৱৰ্তন লক্ষ্য কৰিলো, অলপ পৰ চাই থাকি মই মুখখন চপাই নি তাইৰ বুকুৰ মাজত অলপ পৰ অৱশভাৱে লুকাই ৰাখি তাইৰ বুকুৰ স্পন্দন শুনিলো, যেন তাইৰ জীৱন্মৃত দেহৰ নিজৰ অকণো স্বাৰ্থপৰতাৰ অন্যায় সাহস নাই, কিন্তু সেই দেহৰ মাজতে পৰিপূৰ্ণ জীৱন্ত আত্মাৰ কিবা এটা দুৰ্দ্দান্ত ক্ষুধাই, কিবা এটা পাপ-পূৰ্ণ্যই স্পৰ্শ কৰিব নোৱাৰা আত্মাৰ অশৰীৰী অনুভূতিয়ে তোলপাৰ লগাইছে।

তাই বহুত পৰৰ মূৰত মোৰ মূৰটো ঠেলি পোন কৰি দি কলে—

"তুমি হয়তো পাহৰা নাই ককাইদেও—মই তোমাৰ সেই সৰুকালৰহে প্ৰিয়া।"

( আবাহন ১০ম বছৰ ৪ৰ্থ সংখ্যা চ'ত ১৮৬০ শক )

# মানুহ আৰু নিকম

সেইদিনা মামী আমাৰ ঘৰলৈ আহিল। তেওঁৰ আকাশৰ দৰে ধুনীয়া মুখত এটা করুণ ট্রেজেডিৰ এটুকুৰা ক'লা ডাৱৰৰ আলিৰ্পন লৈ; সুদূৰ পৰ্বতৰ দৰে নীলিম ধুনীয়া উজ্জ্বল চুচকুত কিবা-এটা-হেৰুৱাৰ আকুলতাৰ কুঁৱলীৰ দৰে এখন আৱৰণ লৈ। সেই বাহীবিয়াৰ দিনাই মামীক যি এখন্তেক দেখিছিলো—তাৰ পিছত সেইদিনালৈকে তেওঁক ভালকৈ দেখা নাছিলো। সেইদিনা চাবৰ সকলো সুবিধা পাই যথেষ্ট দুখ আৰু অসীম কৌতূহলেৰে মই তেওঁৰ মুখলৈ একেথাৰে চাই আছিলো।

"বেচেৰী ছোৱালীজনী, ইমান কোমল বয়সতে বিধবা হ'ল—বৰ দুখ লাগে। আমাৰ ঘৰতে কিছুদিন ৰাখিম বুলিছো, মইনা।" মায়ে মোক কলে।

"এৰা, ইয়াতে কিছুদিন থকা মা। আঁতৰি থাকি হয়তো বহুত পাহৰি থাকিব পাৰিব।" মই কলো।

তেতিয়াৰে পৰা মামী আমাৰ ঘৰত।

কেতিয়'বা ভাবিবলৈ বাধ্য হওঁ—মামীৰ এই ব্যৰ্থতাৰ জুইকুৰাত ময়ো জানো কেইডালমান খৰি জাপি দিয়া নাছিলো?

নিজৰ আপোন নহলেও দূৰ সম্পৰ্কীয় মামা এটা আছিল। জানো অকৰ্মণ্য বুলি, সংসাৰত মামীৰ দৰে এজনী গাভৰু ছোৱালীৰ তাৰ আৱশ্যক নাছিল বুলি। অসম্পূৰ্ণ দেহ আৰু স্বাস্থ্যৰ অৱস্থা চাই মামা যে মৰিবৰ হে উপযুক্ত তাক জানিও মামীক এদিন তেওঁলৈ বিয়া কৰাই আনিলো।

এদিন অনুপযুক্ত মামাৰ স্বাৰ্থটোক ডাঙৰ কৰি মামীৰ দেউতাকৰ ওচৰলৈ গৈ মামীক মামাৰ হাতত সমৰ্পণ কৰিবলৈ ক'লোগৈ। সেইদিনা মই ডাঙৰ মানুহ হোৱাৰ খাটিৰত মোৰ কথামতেই দেউতাকে বিয়াত সম্মতি দিলে। ঐশ্বৰ্যৰ মোহক আগ কৰিলে। ভাবিও নেচালে যে মামীৰ তেজ-মঙহৰ স্বাৰ্থ এটাও আছে।

কিবা এক দুৰাৰোগ্য বেমাৰে খাই মামাক অকণ অকণ কৈ ধ্বংস কৰি আনিছিল। বিয়াৰ পূৰা এবছৰ নৌ হওঁতেই এদিন সি মৰি থাকিল।

দিন গৈ থাকে, এতিয়া মামীক অতি ওচৰতে লগ পাওঁ। ইমান ওচৰত পাই, চাবৰ সকলো সুবিধা লৈ মই তেওঁক তন্ন তন্ন কৈ চাই লওঁ।

সদায় অনুভৱ কৰো, আনৰ দৰেই জীয়াই থাকিও তেওঁৰ জীয়াই থকাৰ পাৰ্থক্যটো।

মামীৰ জীৱন গতিৰ বোৱণত যেন অবাধ স্বচ্ছন্দতা নাই, উন্মুক্ততা নাই, অনুপ্ৰেৰণা নাই—যেন যতে ত'তে বাধা পাই অধীৰ আৰু বিশৃঙ্খল-ভাবে ব'ব ধৰিছে।

আন মানুহৰ দৰেই মামীৰ জীৱনৰ কামবোৰ কৰা হৈ যায়; তথাপি যেন তাৰ মাজত কিবা এটা অসম্পূৰ্ণতা, কিবা এটা সুৰুঙা ৰৈ যায়।

সদায় অনুভৱ কৰো যেন মামীক মই কিবা এটা কৰি দিব লগা আছে। মোৰ ওচৰত যেন তেওঁৰ এটা দাবী, এটা প্ৰাপ্য আছে। মনত হয় যেন তেওঁৰ দুখী জীৱনটোৰ বাবে ময়ো দায়ী। গতিকে মোৰ আশ্ৰয় বিচাৰি অহা দুৰ্ভগীয়া মামীৰ সকলো দায়িত্ব মই নিঃসঙ্কোচে মূৰত তুলি ললো।

প্ৰথম দিনাৰ দেখাতে মোৰ মৰম স্নেহৰ দাবি কৰিবলৈ তেওঁ মোৰ বুকুৰ এচুকত সোমাই লৈছিল। লাহে লাহে যেতিয়া দেখিলো মামী মাত্ৰ স্নেহ কৰিবলগীয়া, ভালপাবলগীয়া, পুতৌ কৰিবলগীয়া এজনী সৰল ছোৱালী, তেতিয়া লাহে লাহে তেওঁ মোৰ বুকুৰ মাজত এখন অজেয় ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ ধৰিলে।

মামীৰ সুখ-স্বচ্ছন্দতালৈ চকু দিয়াটো এটা এৰাব নোৱাৰা কৰ্ত্তব্য লাগে। তেওঁৰ কাৰণে আঙুলীৰ মূৰত লেখি কৰি দিব পৰা কামকেইটা কৰি দি নিজেও এটা তৃপ্তি পাওঁ। তেওঁৰ বাবে কিবা এটা কৰিবলৈ পালে বৰ আনন্দ পাওঁ।

কিন্তু এই সামান্য কৰাৰ মাজতো সদায়ে কিবা এটা অসম্পূৰ্ণতা থাকি যোৱা যেন লাগে। আচলতে যেন মামীৰ কাৰণে একোৱেই মই কৰিব নোৱাৰো।

মনে মনে কত কল্পনা কৰো—কত ভাবো, মামী যদি এনেকুৱা হলহেঁতেন

—যদি মামীয়ে এনেকুৱা কৰিলেহেঁতেন······ !

এদিন মামীক সুধিলো—মামী কিতাপ আনি দিম পঢ়িবানে ? পঢ়িম বুলি কলে।

সেইদিনাৰ পৰা কত ভাল ভাল কিতাপ আনি আনি দিলো—কিন্তু দেখিলো মামীয়ে প্ৰথমতে কেইদিনমান যথেষ্ট আগ্ৰহেৰেই পঢ়িলে। কিন্তু পিছত প্ৰায়ে কিতাপৰ পাত মেলি নোযোৱাকৈ আলমাৰীৰ ভিতৰত সোমাই পৰিল।

এদিন মামীৰ অনুমতি লৈ এটা চিলাই-কল আনি দিলো। প্ৰথম কেইদিনমান নতুন মেচিন নতুন উদ্যমেৰেই চলিল, কিন্তু অতি সোনকালেই তাৰ চলন কমি আহিল।

হাৰমোনিয়মটো অলপ বেয়া হৈ হেমী যোৱাৰে পৰা অব্যৱহৃত হৈ ঘৰৰ চুকত পৰি আছিল। মামীয়ে অলপ-অচৰপ গান গাব পাৰে বুলি জানি ভাল কৰাই আনিলো কিন্তু মামীয়ে পাহৰণিতো মোক তেওঁৰ কণ্ঠ সুৰ অকনো শুনিবলৈ নিদিলে।

সেইদৰেই মামীক খাই-বৈ কেৱল জীয়াই থাকিবৰ কাৰণে যিবোৰ বস্তুৰ আৱশ্যক তাকে অতিৰিক্ত ভাৱে আমুৱাই যোৱাকৈ উপভোগ কৰিবলৈ গোটাই দিলো ; ভাবিলো হয়তো সেইবোৰৰ অতিৰিক্ততাই তেওঁৰ জীৱনৰ পূৰাব নোৱাৰা অভাৱবোৰৰ পৰা তেওঁক আতঁৰত ৰাখিব। কিন্তু বুজিব নোৱাৰিলো তেওঁ এইবোৰ কিমান উপভোগ কৰিলে বা এইবোৰত কিমান আৰাম আৰু শান্তনা পালে।

মামীয়ে চেতাৰ বজাব জানে বুলি শুনি সেইদিনা চেতাৰ এখন কিনি ঘৰলৈ ঘুৰিলো। মা ঘৰত নাছিল। একেবাৰেই মামীৰ কমৰ ভিতৰ পালোগৈ। তেওঁক যি অৱস্থাত দেখিলো, মনটো কিবা লাগি গ'ল। কিছু কিছু অসংযত হৈ তেওঁ অসময়ত বিচনাত পৰি আছে। চকু দুটা সজল, গাল দুখন অশ্ৰুসিক্ত। বুজিব নোৱাৰিলো সেই নীৰৱ কন্দাৰ অৰ্থ। সেইদিনাই মামীক প্ৰথম কন্দা দেখিলো। মনত কিবা এটা বেজাৰ লাগিল।

ইচ্ছা হ'ল যেন সৰু ছোৱালীৰ দৰে মৰম কৰি মামীৰ চকু পানীবোৰ

মুচি দিওঁ, সোধো কিয় কান্দিছে।

ওচৰৰে চকীখনত বহি পৰিলো, সুধিলো, ' মামী, তুমি কিয় কান্দিছা ?"

মামীয়ে সংযত হৈ বহি ৰলে, "ক'ত, কন্দা দেখিলা, এনেয়েহে পৰি আছিলো ।"

সচাকৈয়ে তেওঁৰ মুখত হাঁহি। আচাৰত হলো কেনেকৈ তেওঁ একেসময়তে হাঁহি আৰু কান্দোনৰ অভিনয় কৰিব পাৰিলে। বুজিলো, আমাৰ লগত থাকিও মামীয়ে বেলেগ এখন জগতত বাস কৰে—য'ত হাঁহিবৰ অকণো সুবিধা নাই, বৰ হতাহ চকুৰ পানীৰ বাষ্পৰে ভৰপূৰ।

"তুমি এনেকৈ বেজাৰ কৰি থাকিলে আমিও বেজাৰ পাওঁ মামী " আদৰৰ সুৰে কথাষাৰ কলো।

"মই একো বেজাৰ কৰা নাই। তোমাৰ হাতত সেইটো কি ?"

"চেতাৰ। ভাবিছো চেতাৰ শিকো। তুমিও বজাই চাবাচোন চেতাৰখন ভালনে বেয়া।" বুলি কৈ চেতাৰখন মামীৰ ওচৰত থৈ মই উঠিব খুজিলো।

মামীয়ে হাঁহি কলে, "ওঁ, বুজিছো। তুমি নিজলৈ বুলি বা আন কাৰোবালৈ বুলি কত বস্তু আনি মোৰ ওপৰত জাপি দিছাহি। মই হলে চেতাৰ বজাব নেজানো।"

"তেনেহলে তুমিও শিকিবা—ময়ো শিকিম।"

মই কৈ ওলাই আহিলো।

দিনবোৰ আহে আৰু যায়। কিবা এটা পৰিবৰ্তনে যেন মামীৰ জীৱনৰ ধূলিত তাৰ অহাৰ চিন থৈ যায়। কেতিয়াবা অনুভৱ কৰো যেন মামীৰ ব্যৰ্থতাৰ কলা ডাৱৰে ঢকা জীৱনতো ডাৱৰ আঁতৰি কেতিয়াবা বিদ্যুমান তৰা জোন জিলিকি উঠে।

কেতিয়াবা যেন মামীয়ে পাহৰি যায় তেওঁৰ অতীতৰ কথাবোৰ। আচৰিত হৈ তেওঁৰ জীৱনৰ ভিতৰলৈ জুমি চাবৰ প্ৰয়াস কৰো।

মোৰ চকুৰ আগেদি এটা স্বচ্ছ নিজৰাৰ দৰে মামী বৈ যায়। এক অবাধ অবিৰাম গতিৰে। নিজান হাবিৰ নিজৰাৰ দৰেই শিল আৰু নীৰৱতাৰ মাজত অসাৰ্থক ; শান্ত-ধীৰ-অচঞ্চল।

আয়ে মৰম কৰে। মই ভালপোৱাৰ অতিৰিক্ততাখিনি লুকাই ৰাখি অন্তৰৰ বহুত মৰম-স্নেহ বাৰিষাৰ বৰষুণৰ দৰে তেওঁৰ ওপৰত ঢালি দিওঁ। ঘৰৰ আনবোৰ মানুহক সতৰ্ক কৰি দিওঁ যেন কাৰো পৰা তেওঁ অকণো বেজাৰ নেপায়। আমাৰ ঘৰখন যেন তেওঁ আনৰ ঘৰ বুলি অনুভব কৰিব নোৱাৰে।

মামীয়ে বিলাই দিয়ে তেওঁৰ অন্তৰৰ মৰমখিনি আমাৰ মাজত—অকণো লুকাই নৰখাকৈ।

আজি কেইদিনমানৰ আগতে মোৰ ভনীটি হেমী ঘৰলৈ আহিছে। ইতিমধ্যে মামী আৰু হেমী দুয়ো বন্ধু হৈ পৰিছে। মামী ব্যস্ত হৈ পৰিছে হেমীৰ কেচুৱাটো লৈ—তাক গাখীৰ খুৱাওঁতে, নিচুকাওঁতে, কোলাত লওঁতে—শুৱাওঁতে। নতুন লগৰীয়া হেমীক পাই মামী আৰু বেচি ব্যস্ত হৈ পৰিছে। হেমীৰ লগত ফুৰিবলৈ গৈছে নিমন্ত্ৰণলৈ গৈছে, চিনেমা চাবলৈ গৈছে। যলৈকে হেমী গৈছে, তেওঁকো টানি লৈ ফুৰিছে। এই ব্যস্ততাৰ মাজত মামীক এজনী নতুন মানুহৰ দৰে লাগিছে।

তাৰ মাজতে মোৰ মনত ভুমুকি মাৰিছে সিহঁত দুজনীৰ মাজত বিভিন্নতাটো। প্ৰায় সমান বয়সী দুজনী গাভৰু মানুহ—এজনী বিধবা মলিন, আৰু এজনী প্ৰথম যৌৱন আৰু দাম্পত্য জীৱনৰ জোনাকত তৰাৰ দৰে জিলিকা। সাগৰৰ ইপাৰ সিপাৰৰ দৰে অনন্ত ব্যৱধান।

আদৰৰ ছোৱালী হেমী। মাক-বাপেকৰ ঘৰত মুক্তিৰ স্বাধীনতা লৈ যৌৱনৰ চঞ্চলতা লৈ, মনৰ আনন্দ লৈ, য'তে আনন্দৰ আয়োজন চলিছে তালৈকে দৌৰিছে। লগতে মামীকো টানি লৈ ফুৰিছে। এই ব্যস্ততাৰ মাজত হয়তো মামীয়েও নিজৰ কথা ভাবিবৰ অৱসৰ পোৱা নাই; তেৱোঁ সোঁতত উটি যোৱা ঘাঁহৰ দৰে হেমীৰ সেই উৎসৱৰ সোঁতত উটি গৈছে।

মোৰ মনত হয় যেন দুনিয়াৰ এমূৰে কৰবাত এটা আনন্দৰ উৎসৱ চলিছে যলৈ হেমী গৈছে নিমন্ত্ৰিত হৈ আৰু মামী গৈছে বিনা নিমন্ত্ৰণে।

“চাহ খোৱা, আমি ফুৰিবলৈ যাওঁ।” টিপয়খনৰ ওপৰত চাহ আৰু সমুখত মামী। হেমীৰ অনুৰোধতেই মামীয়ে সুন্দৰ ৰঙৰ এটা ধুনীয়া পোচাক পিন্ধিছে। মূৰটো শুৱনীকৈ আচুৰিছে। মুখলৈ এটা প্ৰফুল্লতাৰ

ভাব আহি পৰিছে আৰু তেওঁক হেমীতকৈ বেচি ধুনীয়া দেখাইছে। মামীৰ মুখলৈ চাই অনুমান হ'ল সেই ধুনীয়া মুখত অকণো বিষাদ নাই, অকণো নিৰানন্দ নাই, সেই স্নিগ্ধ চকুযুৰিৰ আৱঁত অকণো ব্যৰ্থতাৰ চেকা নাই। মই আগ্ৰহেৰে চাই থাকি সুধিলো, 'কলৈনো যোৱা মামী ?"

ডাঙৰ কামলৈ ওলোৱাৰ সুৰত মামীয়ে ক'লে, "চিনেমা চাবলৈ।"

মামী যোৱাৰ পিছত কিতাপখন জপাই দেখিলো মোৰ চাহ খাবৰ সময় হোৱা নাই। তথাপি মামীয়ে চাহ দি গ'ল। তেওঁ দি নোযোৱা হলেও মই ঠিক সময়তে চাহ পালোহেঁতেন। মোৰ খোৱাৰ যোগাৰ দি তেওঁ ভাল পায়। মইও বাধা নিদিওঁ। কৰবালৈ যোৱাৰ আগতে মোক এবাৰ মাত দি যাবৰ কাৰণেই যে তেওঁ চাহ দি গ'ল তাকো বুজিলো।

হেমীহঁত যাবৰ দিনা গধূলি। বুজিলো মামীয়ে বৰ উকভা উকভা অনুভৱ কৰিছে। হেমীহঁত যোৱাত তেওঁৰ মনোকষ্ট হৈছে। আই তেতিয়া বান্ধনী ঘৰত ৰন্ধা-বঢ়াত ব্যস্ত। মই মামীক বিচাৰি তেওঁৰ কোঠাত সোমালো। তাত তেওঁ নাই। ইফালে সিফালে বিচাৰি পালোগৈ শোৱাকোঠাৰ সংলগ্ন বাৰান্দাত পুৰণি চোফাখনত তেওঁ অকলশৰে বহি আছে। বাৰান্দাত লাইট নাছিল, অন্য কোঠাৰ পোহৰৰ এটা ৰেঙনি আহি তেওঁৰ গাৰ চাদৰত পৰিছিল। মই মুখখন ভালকৈ দেখা নাছিলো। ওচৰ চাপি সুধিলো, "মামী, ইয়াত অকলে অকলে এন্ধাৰত বহি কি কৰিছা ?" ক্ষন্তেক নীৰৱতাৰ পিছত তেওঁ কলে, "এনেয়ে বহি আছো, ইয়াত ভাল লাগিছে।" চোফাখনৰ বাহিৰে তাত বহিবলৈ আন একো নাছিল। মই বাৰান্দাৰ ৰেলিঙত আউজী কলো, "হেমীহঁত যোৱাত তোমাৰ বৰ বেয়া লাগিছে নহয় ?"

"বৰ বেয়া লাগিছে। ঘৰখন উকভা হ'ল। এইকেইদিন ইমান ভাল লাগিছিল।"

তাৰ পিচত নীৰৱতা। সেই নিস্তব্ধ এন্ধাৰৰ মাজত কাৰো যেন একো কবলৈ নাই। মামীৰ মুখ দেখা নাছিলো কিন্তু অনুমান হৈছিল যেন কিবা এটা চিন্তাই তেওঁক মৌন কৰি ৰাখিছে।

ময়ে আকৌ কলো, "ইয়াত থাকি কি কৰিছা, বলা ভিতৰলৈ যাওঁ, কেইখনমান নতুন ৰেকৰ্ড আনিছিলো। গানকে শুনোগৈ।"

"ভাল বতাহ মাৰিছে, ভিতৰলৈ যাবৰ মন যোৱা নাই। গান পিচত শুনিম।" মামীয়ে কলে।

মই কি কৰিম নকৰিম ভাবি বাৰান্দাৰ ইফালৰ পৰা সিফাললৈ অহা-যোৱা কৰিবলৈ ললো।

"তুমি অথনিৰ পৰা থিয় হৈ আছা কিয়—ইয়াতে বহাহি।" চোফাখনৰ এটা মূৰলৈ আঙুৰি গৈ মামীয়ে কলে।

মই আনটো মূৰত বহিলো।

"হেমীৰ ল'ৰাটোলৈ ইমান মৰম লাগে ইমান ধুনীয়া আৰু মৰম লগা ল'ৰাটো।" মামীয়ে কলে।

মই শলাগিলো।

আকৌ এন্ধাৰ আৰু নিস্তব্ধতা। ক'বলৈ কথা ঢেৰ আছিল যদিও একো ক'ব পৰা নাছিলো। এবাৰ অসতৰ্ক মুহূৰ্ত্তত হঠাৎ মামীক সুধি পেলালো।

"মামাই চাগৈ তোমাক খুব মৰম কৰিছিল নহয় মামী?" প্ৰশ্নটো কৰি লগে লগে বুজিব পাৰিলো যে সি অনৰ্থক প্ৰশ্ন। মামীৰ মনত কেৱল কষ্ট দিলো।

মামীৰ মুখত কি পৰিবৰ্তন হৈছিল তাক লক্ষ্য কৰিবলৈ পোহৰ নাছিল। অনুভৱ কৰিছিলো যেন তেওঁৰ মুখত এটা আচৰিত অনুভূতি জিলিকি পৰিছে। কোমল, সৰু মাতেৰে তেওঁ ক'লে, "মৰম! তোমাৰ মামাৰে নিজৰ কথা, নিজৰ চিন্তা লৈ ইমান ব্যস্ত আছিল যে আনৰ কথা ভাবিবৰ অৱসৰ নাছিল।"

বুজিলো, স্নেহ ভালপোৱাৰ পৰা মামী বঞ্চিত।

নিজকে বৰ অপৰাধী যেন লাগিল।

আকৌ মামীয়ে ক'লে,

"বিয়াৰ পৰা আজিলৈকে যদি কাৰোবাৰ মৰম পাইছো, সি অকণমান

তোমাৰ পৰাহে পাইছো।”

“মোৰ পৰা।” মোৰ মুখৰ পৰা ওলাল। মামীৰ অস্পষ্ট মুখলৈ চাই লক্ষ্য কৰিবৰ চেষ্টা কৰিলো তাত কিমান দৃঢ়তা আছে। তেওঁ মুণ্ডনাকৈ মোৰ অন্তৰখনে চিঞৰি ক'লে—মোক আৰু বেছি অপৰাধী নকৰিবা মামী। মই সদায়ে অনুভৱ কৰিছো তোমাৰ দুখ ব্যৰ্থতাৰ বাবে ময়ো কম দায়ী নহওঁ। মামীৰ হাতখন মোৰ হাতৰ মাজলৈ তুলি ললোঁ।

কৰ্ম ক্লান্ত জীৱনত ছুটিৰ দিনটো এটা দুষ্প্ৰাপ্য বস্তু যেন লাগে। তাক আনন্দেৰে কটাবৰ মন যায়।

সেইদিনা ছুটি।

দুপৰৰ উত্তপ্ত সূৰ্য্যৰ পোহৰে বাহিৰৰ জগতত প্ৰচণ্ড আক্ৰমণ চলাইছে। ভিতৰ সোমাই বিশ্ৰাম আৰু জিৰণি লবলৈ বাধ্য কৰিছে। বিচনাত পৰি শুবৰ চেষ্টা কৰিও শুব পৰা নাই।

অপেক্ষা কৰিছিলো মামীৰ বাবে।

চকু মুদিলেই কাৰোবাৰ ভৰিৰ শব্দত সজাগ হৈ পৰিছিলো। এয়া যেন মামীৰ খোজৰ শব্দ।

নিজৰে আচৰিত লাগিছিল—কিয় জানো মামীৰ প্ৰতীক্ষাত মনৰ ইমান আবেগ আৰু অস্থিৰতা।

কত দিন ছুটিৰ, অৱসৰৰ সময়বোৰ মামীৰ লগত গল্প কৰি কটাইছোঁ। তথাপি হেপাহ পলোৱা নাই। আজি যেন বেচি আকুল হৈ পৰিছো। আজি এই ক্লান্ত দুপৰীয়া ক্ষন্তেক বিশ্ৰামৰ মাজতো মামী মোৰ ওচৰলৈ আহিব বুলি ভাবি উৎকণ্ঠিত হৈ পৰিলো। মামী মোৰ শোৱা কোঠালৈ সোমাই আহিল। ধুনীয়া মুখত প্ৰসন্নতাৰ কোমলতা। ওচৰৰে আৰামী চকীখনত দেহৰ সম্পূৰ্ণ ভাৰ থৈ তেওঁ বহিল।

গৰমৰ অত্যাচাৰত অসম্পূৰ্ণ, পাতল পোছাকেৰে ঢকা মামীৰ দেহ, এসোপা কোমল ধুনীয়া ফুলৰ দৰে, আৰামী চকীত ওপৰলৈ মুখ কৰি পৰি থকা মামীৰ সেই পাৰ-ওপচা গাভৰু দেহৰ ওপৰেদি মোৰ চকু দুটা বাগৰি গ'ল। মোৰ অপৰাধী চকু দুটা কিছুপৰ স্তম্ভিত হৈ গ'ল।

এটা চিৰন্তন সুখৰ ইঙ্গিত সেই দেহত। কিন্তু তোমাৰ এই সুন্দৰ জীৱনটোৰ সাৰ্থকতা ক'ত মামী? তোমাৰ সকলো ৰূপ, সকলো পৰি-পূৰ্ণতাই, তোমাৰ অন্তৰৰ সকলো স্পৃহা, সকলো কামনাই সাৰ্থকতা বিচাৰি কেৱল অন্ধৰ দৰে ব্যৰ্থতাৰ ফালে আগবাঢ়িছে। আজি এই নিস্তব্ধ দুপৰীয়া ইটাৰ বেৰৰ আঁৰত মোৰ চকুৰ আগত তুমি তোমাৰ জীৱনটো যেনেকৈ ৰাকি দিছাহি তাত তুমি মানুহ হৈ জীয়াই থাকিবৰ বাবে আৱশ্যকীয় সকলো উপাদানেৰে ভৰি আছে।

"মোৰ মুখলৈ এনেকৈ চাইছা কিয়—কেতিয়াও নেদেখাৰ দৰে?"

মামীৰ প্ৰশ্নত অলপ অপ্ৰস্তুত হৈ পৰিলো।

"কেনেকৈ চাইছো?"

মামীয়ে হাঁহিলে। সেই হাঁহিত যেন কিবা এটা মধুৰ সম্ভাৱনাৰ ইঙ্গিত।

এদিন পানী লাগি তীব্ৰ কঁপে জ্বৰ উঠিল। ইনফ্লুয়েঞ্জা। কামৰ পৰা কেইদিনমানৰ ছুটি ললোঁ। ডাক্তৰৰ উপদেশ মতে বিশ্ৰাম লৈছো। সামান্য জ্বৰ। তাৰ বাবেই আই আৰু মামীৰ চিন্তা উৎকণ্ঠা আৰু ব্যস্ততা দেখি অবাক হলোঁ। আইৰ চিন্তা দেখি নহয়—মামীৰ। মামী ইমান অধৈৰ্য হব বুলি ভবা নাছিলো।

মামীৰ ইমান দৰদ মোৰ কাৰণে। দিনটোত কতবাৰ খবৰ কৰিব, কতবাৰ কেনে আছো সুধিব, খোৱা-বোৱা লৈ কত প্ৰশ্ন কৰিব। মোৰ কাৰণে যেন নিজৰ কথা পাহৰিয়েই গৈছে। মামীক ব্যস্ত ৰাখি, তেওঁৰ জীৱনৰ নিৰ্মম ট্ৰেজেডিটো পাহৰাই ৰাখিবলৈ অতদিন চেষ্টা কৰি আহি-ছিলো; আজি যেন মোৰ চেষ্টা নোহোৱাকৈ মামীয়ে মোৰ অসুখৰ কথা ভাবি নিজৰ কথা পাহৰি গৈছে।

দিনটোৰ বেছি সময় মোৰ কাষতে বহি তেওঁ বহুত কথা কয়। সৰু-কালৰ কথা, যেতিয়া দুনিয়াখন আছিল ৰং-বিৰঙৰ ৰমলাৰ বস্তু জীৱনটোৱেই আছিল এটা ধেমালি। তাৰ পিছত গাভৰু কালৰ কথা। যেতিয়া সমাজে, নীতি-নিয়মে, প্ৰবৃত্তি আৰু স্পৃহাবোৰক হত্যা কৰি সংযমৰ জয়ঢোল কোবাই শোভাযাত্ৰা কৰে যেতিয়া ইন্দ্ৰিয়ৰ ওপৰত আত্মাক শ্ৰেষ্ঠতা মনুষ্যত্বৰ সংস্কাৰ

ভিতৰত পৰে, মেটাৰ আৰু চ'লৰ অদ্ভুত সানমিহলি জীৱনত যেতিয়া মেটাৰৰ অগৌৰৱত চ'লটো ম্লান আৰু হীন হৈ যোৱাৰ ভয় মানুহে কৰে; তেতিয়াৰ কথা। তেতিয়া তেওঁ কাক ভাল পাইছিল, ক'ত কি কৰিছিল, ইত্যাদি আৱশ্যক অনাৱশ্যক অনেক কথা। তাৰ পিছত আমাৰ কথা, আমাৰ ঘৰলৈ অহাৰ কথা। আচৰিত হলো, ইমান কথাৰ মাজতো তেওঁ ভুলতো মামাৰ কথা বা তেওঁৰ বিবাহিত জীৱনৰ সেই বছৰটোৰ কথা এবাৰো সুধিয়ালে। জীৱনৰ এই আধ্যা একেবাৰেই নোহোৱাৰ দৰে মামীয়ে উল্লেখ নকৰাৰ কাৰণ ভাবি নেপালো। অনুমান কৰিলো, গোটেই জীৱনতে এটা নিচিগা সুৰ দি তেওঁ মোক দেখুৱাবলৈ চেষ্টা কৰিছে।

পৰিচৰ্যা কৰাৰ চলতে মামী মোৰ তেজ মাংসৰ শৰীৰটোৰ অতি ওচৰলৈ আহি পৰিছে। অ'গ্ৰহেৰে মোৰ কপাল বুকুত হাত দি জ্বৰৰ উত্তাপ জুখি চাইছে—ইচ্ছা কৰিয়েই মোৰ কাষত মোৰ বিচনাত বহিছে। মই কওঁ, মামী সাৱধান—ইনফ্লুয়েঞ্জাৰ বীজাণু'ৱে তোমাকো পাব। বেছি ওচৰলৈ নাহিবা। তেওঁ আৰু ওচৰ চাপি বহে। কেতিয়াবা কওঁ বুলি ভাবো— মামী, মোৰ কাৰণে যিমান উৎকণ্ঠিত হৈ পৰিছা সিমান ডাঙৰ অসুখ মোৰ হোৱা নাই। ক'ব নোৱাৰো, কাৰণ মই অনুভৱ কৰো যেন মোৰ অসুখৰ উপলক্ষ্য কৰিয়েই তেওঁৰ মনলৈও যেন এটা তৃপ্তি, এটা আনন্দ, এটা আপোন-পাহৰা ভাব আহি পৰিছে।

মোৰ কাষত বহি কেতিয়াবা একেথিৰে মোৰ মুখলৈ চাই থকা হঠাত দেখা পালে, মোৰ ওচৰত অসংযত অৱস্থাত বহি থাকোঁতে হঠাতে আই আহি ওলালে, মামীক অপ্ৰস্তুত হোৱা দেখি মনলৈ এটা মধুৰ আশঙ্কা, এটা অশুভ আনন্দময় পুলক আহি পৰে। ভয় হয়, যদি মোৰ সৰল মামীৰ প্ৰতি কেতিয়াবা কিবা এটা ভুল আৰু অন্যায় কৰি পেলাওঁ। তথাপি ভাল লাগে অসুখৰ দিন কেইটা। মামীৰ সম্বন্ধে এটা নতুন অভিজ্ঞতা পোৱা যেন লাগে।

দুপৰীয়া অলপ জ্বৰ। গধূলি কমি আহিছিল। একো নেখাই শুই পৰিছিলো। দুৰ্বল স্নায়ুবোৰে শুবলৈ নিদিলে। ভালেমান ৰাতি বিচনাৰ

পৰা উঠি লাইট জ্বলালো। পানী এগিলাচ খাই গিলাচটো টেবুলৰ ওপৰত থৈছো এনেতে ভিতৰ ফালৰ দুৱাৰখন নিঃশব্দে মেল খোৱা দেখি বুকু চিৰিং কৈ উঠিল।

মামীক দেখি অবাক হলো।

"মামী" ··· সকৈকে মাতিলো।

ওচৰলৈ আহি মোৰ বিচনাৰ কাষতে বহি মামীয়ে সুধিলে,

"ইমান ৰাতিখন কিয় উঠিছা? টোপনি অহা নাই নেকি? আকৌ জ্বৰ উঠিলনে কি?"

মোৰ হাত এখন কোলালৈ টানি লৈ তেওঁ জ্বৰৰ উত্তাপ অনুভৱ কৰিবলৈ ধৰিলে। মই অবাক হৈ তেওঁৰ মুখলৈ চাই থাকি কলো,

"সব ঠিক আছে মামী, তুমি ইমান ৰাতিখন কিয় আহিলা—তোমাৰ টোপনি নাই?"

"মোৰো টোপনি অহা নাই। ইমান ৰাতি লাইট জ্বলা দেখি খবৰ কৰিবলৈ আহিলো।"

"পানী খাবলৈ উঠিছিলো।"

ক্ষন্তেকপৰ হাতখন তেওঁৰ হাতৰ মাজত সুমাই লৈ নিমাত নিস্তব্ধ হৈ মামী মোৰ ওচৰত বহি থাকিল। তাৰ পিছত হঠাতে উঠি ক'লে, "মই যাওঁ তুমি শুবৰ চেষ্টা কৰা। টোপনি নাহিলে অসুখ কৰিব।"

মামী উঠিল।

'মামী, এটা কথা--"

কিবা এটা ক'ব খুজিও নোকোৱাকৈ যেন মামী ওলাই গৈছে এনে এটা অনুমান কৰি মই মোৰ কথা অসমাপ্ত কৈ ৰাখিলো।

মোৰ কথালৈ আওকাণ কৰি মামী ওলাই গ'ল। মোৰ অন্তৰৰ পৰা যেন এটা নীৰৱ প্ৰশ্নই মূৰ তুলি উঠিল—মামী, তুমি কিয় আহিছিলা?

তাৰ পিছত মামীৰ পাল। অফিচৰ পৰা আহি মামীক নেদেখি সুধিলো ক'লৈ গ'ল। মায়ে ক'লে মামীৰ জ্বৰ, বিচনাৰ পৰা উঠাই নাই।

মামীৰ ওচৰলৈ গৈ দেখিলো তেওঁৰ দুচকু মুদি বিচনাত পৰি আছে। এজনী সবল সক ছোৱালীৰ দৰে মামী শুই আছে। মুদযোৱা দুটা চকুত

জাপ যোৱা দুটা ওঁঠত অলপ কোচ খোৱা কপালৰ আচঁকেইটাত পৱিত্ৰতা, সৰলতা আৰু সৌন্দৰ্য জিলিকি উঠিছে। মই ওচৰলৈ গৈ কপালত হাত দিলো। মামীয়ে চকু মেলি মোক দেখি হাঁহিলে।

"তোমাৰো জ্বৰ হ'ল?"

"উঁ"

"নকৈছিলো, মোৰ বেছি ওচৰলৈ নাহিবা।"

"মোৰ জ্বৰ তোমাৰ পৰা হোৱা নাই। মোৰ বেলেগ জ্বৰ।"

বেলি মাৰ গৈ নেদেখা হলেও পশ্চিম আকাশৰ ডাৱৰত তেতিয়াও কেইটামান হেঙুলী ৰেখা লাগি আছিল। এচাটি বতাহ আৰু এটা বগচুৱা পোহৰ মামীৰ কমৰ ভিতৰ সোমাইছিলহি। স্থিৰ আৰু শান্তভাৱে বিচনাত পৰি মামীয়ে শোৱাৰ ভাও ধৰি চকু মুদিছে। কিছুপৰৰ মূৰত চকু মেলি মোৰ ফালে চাই ক'লে, "তুমি এতিয়াও বহি আছা।"

মই কোনো উত্তৰ নিদিলো।

"মোৰ কাৰণে ব্যস্ত হ'ব নেলাগে।" মামীয়ে ক'লে।

"একো ব্যস্ত হোৱা নাই। তুমি অলপ উঠি বহিব নোৱাৰা নে?"

"খুব পাৰো" বুলি কৈ মামী বিচনাত উঠি বহিল।

লাহে লাহে এন্ধাৰ হৈ আহিছিল।

"আই ক'ত আছে?" মামীয়ে সুধিলে।

"ৰান্ধনী ঘৰত।"

কিবা এটা চৰাইৰ কৰুৱা মাত এটা আহি কাণত পৰিছিল। সেই মাত শুনি চক খাই উঠাৰ দৰে মামীয়ে ক'লে, "ৰাতি অকলে মোৰ ভয় লাগে।"

"কিহৰ ভয়—আমি দেখোন ওচৰতে থাকো।"

"আজি ৰাতি তুমি মোৰ ওচৰতে থাকিবাচোন।"

মামীৰ মুখত সেই আচৰিত মিঠা হাঁহি।

দহ-এঘাৰ-বাৰ-এক বাজিল। মামীৰ ওচৰলৈ যাব নোৱাৰিলো। যাবলৈ প্ৰাণত এটা অদম্য হেঁপাহ, অবৰ্ণনীয় উৎসাহ হৈছিল, তাকো চেপা দি

ৰাখিলো। যাবলৈ সাহ নহ'ল। এখন বেৰ আৰু এখন দুৱাৰৰ আঁৰতে মোৰ কণ্ণা মামী অকলশৰীয়া। নিৰ্দোষ সামান্য এটা অনুৰোধ মামীৰ আৰু আমাৰ দুয়োৰে মাজত এখন সামান্য দুৱাৰত ব্যৱধান। তাৰ মাজতে নৈতিকতাৰ, সমাজৰ, সংযমৰ, সভ্যতাৰ ইমানবোৰ পাথৰ জমা হৈ তাক ইমান দুৰ্ভেদ্য আৰু অগম্য কৰি পেলালে—ৰাতিপুৱালৈকে পাৰ হৈ যাব নোৱাৰিলো।

পুৱাৰ পোহৰত অনুমান হ'ল যেন মোৰ মুখৰ চেহেৰা পৰিবৰ্ত্তিত হৈ অতি ভীৰু আৰু কাপুৰুষৰ দৰে অনুৰূপ হৈ পৰিছে। যেন নিষ্ঠুৰ পাপী মানুহৰ দৰে চেহেৰাটো বৰ্দ্ধ হৈ পৰিছে। মোৰ এই চেহেৰা দেখি যেন মামীয়ে মোক চিৰকাল ঘিণ কৰিব।

মামীৰ জ্বৰ নাই। বেচ প্ৰফুল্ল আৰু সবল যেন দেখাইছে। মোৰ ওচৰলৈ আৰ্ম হোৱাৰ এখন্ত বহি মামীয়ে মোৰ মুখলৈ চাইছিল। সেই চাৱনিত কোনো বিদ্ৰূপ বিতৃষ্ণাৰ ভাব নাছিল।

"কালি ৰাতি—" মামীয়ে আৰম্ভ কৰিলে। ৰাতিৰ কথা শুনি চক খাই উঠিলো "এটা ভাল সপোন দেখিলো।" মামীয়ে শেষ কৰিলে।

অ' সপোনৰ কথা। মনে মনে ভাবিলো, নিস্তব্ধ ৰাতি—মোৰ প্ৰতীক্ষাত অকলশৰীয়া মামীৰ গোপন দুৰাশাৰ কথা নহয়। মোৰ মুখলৈ স্বাভাৱিক ৰঙতো বুৰি আহিল।

"কি সপোন মামী?"

"মই হেনো মৰিছো আৰু তোমালোকে মোৰ শটো ফুলেৰে ঢাকি দিছা।"

"এনেকো ভাল সপোন নহয়"

"মৰাৰ সপোন দেখা বোলে ভাল।"

মামীয়ে ক'লে।

"এনেকুৱা সপোন দেখিলে ভয় নেলাগে নে?"

"সপোন সপোনেই ভয় কৰিবলৈ কি আছে?"

মামীয়ে ক'লে।

অকস্মাতে মই ক'ব নৌ-খোজোতেই মোৰ অন্তৰৰ পৰা আন এটা ময়ে মামীয়ে শুনাকৈ কৈ পেলালে,

"মামী, আজি ৰাতি মই আছি তোমাৰ লগতে গোটেই ৰাতি শুম। আইৰ টোপনি অহাৰ পিছত।"

বিজুলীৰ চকমকনিৰ দৰে তেওঁৰ চকুৰ দৃষ্টি ক্ষন্তেক জিলিকি উঠিল। সেই আচৰিত ৰহস্যময় হাঁহিটো মাৰি ক'লে,

"এতিয়া ভাল হলো। ভয় নেলাগে।"

* * *

ঘোৰা নিশা নোৱাৰিলো। আজি গহীন ৰাতিৰ নিস্তব্ধ এন্ধাৰৰ মাজত মামীৰ মানুহ হৈ জীয়াই থাকিবৰ আগ্রহৰ জুইত ঘোৰা নিশা পাৰ হব নোৱাৰা পাহাৰটো গলি তেওঁৰ চকুৰ পানীত উটি গৈছে। নির্ভীক আত্মা আৰু মনৰ নির্ভীক জয় যাত্রাৰ পথত ভীৰু সংযম ভৰিৰ তলত পৰি হত্যা হৈছে। মামীৰে মোৰে মাজত নীতি, নিয়ম. সমাজ সংস্কাৰৰ ওপৰেদি ৰামধেনুৰ দৰে স্বৰ্গীয় এখন দলং তৈয়াৰ হৈ উঠিছে।

মনত পৰিল—সেইদিনা মামীয়ে মোৰ অসুখত, গহীন নিস্তব্ধ ৰাতি—প্ৰাণৰ কি অপূৰ্ব জোনাকৰ পোহৰত বাট বিচাৰি মোৰ কোঠাত সোমাইছিল গৈ। আত্মা আৰু ইন্দ্ৰিয়ৰ সমান পৱিত্ৰতা, সমান আনন্দত তেওঁৰ জীৱনলৈ সেইদিনা কি অপূৰ্ব সঙ্গীতৰ হেন্দোলনি আহি পৰিছিল। আজি নিশা যেন তাক উপলব্ধি কৰিব পাৰিলো।

ময়ো এতিয়া ঠিক তেনেকৈয়ে যাবলৈ ওলাইছো। প্ৰাণলৈ এটা অনন্ত উৎসাহ নিৰবছিন্ন আনন্দ আহি পৰিছে। তাৰে উত্তেজনাত কঁপি পুলকি গৈ মই মামীৰ আকাশৰ দৰে নীৰৱ কমটোত সোমালো গৈ। এন্ধাৰ হলেও শঙ্কা নাই। ভীতি বিহ্বলতা নাই—কেৱল আশা আনন্দৰ জোন তৰাবোৰৰ দীপালীয়ে কমটো পোহৰ কৰি থৈছে।

মই গৈ মামীৰ কাষতে বহি তেওঁৰ গাত হাত দি সুধিলো, "মামী, সাৰ-পাই আছানে?"

কিবা এটা মধুৰ আৱেগ ভৰা সুৰেৰে মামীয়ে শলাগিলে—"ওঁ"।

তাৰ পিছত এন্ধাৰবোৰ এক স্বৰ্গীয় আনন্দৰ নীৰৱতাৰে পৰিপূৰ্ণ হৈ উঠিল।

জয়ন্তী: ১৮৬০ শক। ১৯৩৮ চন। আহাৰ।

# বুকুৰ ছবি

মেহগণি কাঠৰ ছবি আঁকা টেবুলখনৰ কাষত চকি এখনত বহি ষ্টুডিওত চিত্ৰকৰ অকলে। সমুখৰ মুকলি ডাঙৰ খিৰিকিখনেদি নগৰখনৰ এটা প্ৰান্ত দেখা যায়। পাতল নিয়ৰে ঢকা দূৰৰ ডাঙৰ ডাঙৰ ঘৰৰ মুধবোৰত, সেউজীয়া গছৰ আগবোৰত পুৱা লাহে লাহে উঠি অহা বেলিৰ কেঁচা সোণৰ ৰঙৰ বোল। খিৰিকিৰ ওচৰতে, বাহিৰ ফালে, খুব বেছিকৈ ফুলা ৰঙা জবা ফুলজোপাত ফুলে ফুলে আনন্দত জপিয়াই ফুৰা কেইটামান অৰুণমান ৰঙা বুকুৰ ধুনীয়া মৌপিয়া চৰাই। সিহঁতৰ চিঁচিয়া মাতটো আহি তেওঁৰ কাণত পৰিছিল।

পাৰিপাৰ্শ্বিক পৰিস্থিতিয়ে চিত্ৰকৰৰ কল্পনাত এটা মধুৰ অবাস্তৱ সপোনৰ ৰঙ দিছিল।

টেবুলৰ ওপৰত কেইটামান শুকান ব্ৰাছ, কেইটামান ৰঙৰ পেলেট। ইজেলত এখন ইটালিয়ান আৰ্টপেপাৰ। সকলো আঁকিবৰ বাবে প্ৰস্তুত। চিত্ৰকৰৰ আঙুলিৰ মাজত অলপ কপি থকা ব্ৰাছটোত তেওঁৰ মনৰ কিবা এক ৰূপ অনুভূতিৰ চঞ্চলতা।

তেওঁৰ ব্ৰাছটোৱে কাগজখন স্পৰ্শ কৰিব খুজিছে, এনে সময়তে পখিলাৰ দৰে চঞ্চলতাৰে মাধুৰী মনে মনে ভিতৰ সোমাই আহিল আৰু চিত্ৰকৰৰ পাছফালে আহি তেওঁৰ হাতৰ পৰা ব্ৰাছটো থাপ মাৰি লৈ তাই হাঁহি ক'লে,

"কিনো আঁকিছাহি বাৰু ৰাতিপুৱাই কেৱল ছবি আঁকা—ছবি আঁকা!"

চিত্ৰকৰৰ চকুৰ পৰা অবাস্তৱতাৰ ধুনীয়া ৰঙীন পৰ্দাখন আঁতৰি পৰে।

"ব্ৰাছটো দিয়া—মোক আমনি নকৰিবাচোন; আজি বহুত দিনৰ মূৰত কিবা এটা আঁকিব খুজিছো। দিয়া মোৰ সোণ।" মাধুৰীৰ ধুনীয়া মুখলৈ চাই অনুৰোধ আৰু মৰমৰ মাতেৰে তেওঁ ক'লে।

"ইঃ কিটোনো বাক আঁকিবা আমাকো কোৱাছোন।"

"কিবা এটা আঁকিম—ক'ব নোৱাৰো কি। কিবা এটা অসাধাৰণ আৰু নতুন। আজি অতদিনে ভাবৰ আঁবিলো। কেইদিনমানৰ পৰা মনলৈ কিবা এটা বুজাব নোৱাৰা ভাব আহি পৰিছে, কিবা এটা অসাধাৰণ নতুন অতি সুন্দৰ কল্পনা, হয়তো প্ৰকাশ কৰিব পাৰিম, হয়তো বা নোৱাৰো, তুমি মোক আমনি নকৰি কিছুপৰ মোক অকলে থাকিব দিয়া। দিয়া ব্ৰাছটো।"

"আও, কি আচৰিত! অসাধাৰণ অতি সুন্দৰ! থোৱা তোমাৰ ছবি। মোক যদি তুমি আঁকিব পাৰা তেনেহলে ব্ৰাছটো দিব পাৰো।" চিত্ৰকৰৰ হাতৰ মুঠিৰ পৰা এৰাই দূৰলৈ আতঁৰি গৈ দুষ্টামীৰে হাঁহি হাঁহি মাধুৰীয়ে ক'লে।

"ওঁ, দিয়া বাৰু, তোমাকে আঁকিম।"

"এতিয়াই আঁকিব লাগিব।"

"এতিয়াই আঁকিম।"

ব্ৰাছটো ঘূৰাই দি চিত্ৰকৰৰ কাষত, চকীখনৰ পাছফালে এখন হাত থৈ মাধুৰী থিয় হয়। আৰ্টিষ্টে কিবা এটা আঁকিবৰ চেষ্টা কৰে। কি আঁকিছে চাবলৈ মাধুৰীয়ে মূৰটো তললৈ চাপৰাই নিয়ে। তাইৰ গালখন চিত্ৰকৰৰ মুখৰ ওচৰ চাপি যায়—গালখনে তেওঁৰ ওঁঠ দুটা প্ৰায় স্পৰ্শ কৰো কৰো। তাইৰ নিশ্বাস তেওঁ মুখৰ ওপৰত অনুভৱ কৰে। আঁকিব নোৱাৰে চিত্ৰকৰে কেৱল টপ কৰে তাইৰ গালত এটা চুমা দিয়ে। লাজত ৰঙা-চঙা পৰি তাই আতঁৰি গৈ আৰ্টিষ্টৰ মুখলৈ চাই থাকে।

"হলনে আঁকা?" তাইৰ খং তুলিবৰ বাবে তেওঁ সুধিলে।

"যোৱা তুমি বৰ দুষ্ট। মোকে আঁকিব নোৱাৰিলা যেতিয়া তুমি কিহৰ আৰ্টিষ্ট।"

"যত আঁকিব লাগে আঁকিলো নহয়।" হাঁহি তেওঁ কয়।

"যোৱা—তোমাৰ ওচৰত কোন থাকে।" বুলি কৈ পখিলাৰ দৰে চঞ্চল গতিৰে মাধুৰী ভিতৰ সোমায়।

তাই যোৱাৰ পিছত চিত্ৰকৰে আকৌ এবাৰ আঁকিবৰ চেষ্টা কৰিলে;

কিন্তু নোৱাৰিলে। হঠাতে মাধুৰী আহি তেওঁৰ মনৰ স্থিৰতাত, কল্পনাৰ নিৰিষ্টতাত কিবা বেমেজালি কৰি পেলালে। সপোন দেখি সাৰ পোৱাৰ পিছৰ শূন্যতা এটা তেওঁ ষ্টুডিঅ'ৰ ভিতৰত অনুভৱ কৰিলে। মাধুৰীয়ে নো কি কৰিছে তাকে চাবলৈ তেৰেঁ। উঠি গ'ল।

মাধুৰীৰ সৈতে চিত্ৰকৰৰ বিয়া হোৱা মুঠে ন দিন হৈছে। এই নটা দিনৰ ভিতৰতে তেওঁৰ জগতখনলৈ দিন ৰাতিৰ পৰিবৰ্তনৰ দৰে এটা পৰিবৰ্তন আহি পৰিছে। ধূমকেতুৰ দৰে তেওঁৰ জীৱনৰ আকাশত অকস্মাতে আৱিৰ্ভূত হৈ মাধুৰীয়ে তেওঁক চমক লগাইছে—অবাক কৰিছে। আশা আৰু আনন্দৰ অসংখ্য ফুল আৰু ফুলকলি হৈ ৰমক-জমক বসন্ত কালৰ পুৱা এটাৰ দৰে মাধুৰী তেওঁৰ জীৱনৰ ওপৰত পুৱাই আহিছে।

মাধুৰী আহিবৰ দিনৰ পৰা প্ৰত্যেক ৰাতিপুৱা এখন নতুন সুখী জগতত তেওঁ সাৰ পাইছে। তাইৰ হাতৰ পৰা বৰষা পদুম আৰু গোলাপ ফুলেৰে ঢকা বাটেদি খোজ কাঢ়িছে। প্ৰত্যেক ৰাতি ফুলৰ সৌৰভ আৰু যোৱাৰ দৰে সুখৰ সপোনৰ মাজত তেওঁ অজ্ঞান হৈ পৰিছে।

তাই অহাৰ আগেয়ে তেওঁৰ জীৱনৰ এটা মাত্ৰ অভিলাস আছিল আৰ্ট। জীৱনত সবাতোকৈ ভালপোৱা বস্তু—অন্তৰৰ আত্মাৰ অভিলাস। জীৱনৰ সুখ আৰু আনন্দৰ আদৰ্শ তেওঁৰ আৰ্ট। জগতত আছিল তেওঁ আৰু আৰ্ট।

হঠাত এদিন মাধুৰী আহি তেওঁৰ মনোৰাজ্যখন আধিকাৰ কৰি পেলালে—তেওঁৰ কল্পনাক বন্দী কৰি পেলালে। মাধুৰীৰ মাজত কিছুদিনৰ কাৰণে তেওঁ নিজকে হেৰুৱাই পেলালে।

কিবা এক বিৰাট সৃষ্টি-কল্পনা আৱৰি তেওঁ শিল্পৰ ৰূপহ ৰাজ্যখন গঢ়ি তুলিছিল। তাত আছিল ৰূপ সৃষ্টিৰ স্বাধীনতা। হঠাত এদিন ৰাজৰাণীৰ দৰে বিজয়োল্লাসে আহি মাধুৰীয়ে সেই ৰাজ্য জয় কৰিলে, তেওঁৰ ৰূপ সৃষ্টিৰ স্বাধীনতাক পৰাধীন কৰিলে। সিদিনাৰে পৰা তেওঁ কেবাবাৰো ছবি অঁকাৰ চেষ্টা কৰিলে—সৃষ্টিৰ কাৰণে বিদ্ৰোহ কৰিলে, কিন্তু নোৱাৰিলে। মাধুৰী অহাৰ দিনাৰ পৰা তেওঁৰ ষ্টুডিঅ' বন্ধ হৈ থাকিল।

এদিন পুৱা চিত্ৰকৰ ষ্টুডিঅ'ৰ ভিতৰ সোমাল। কোনোবা এখন নতুন জগতত তেওঁৰ ভৰি দিয়া যেন লাগিল। কিন্তু অলপ পিছতে তেওঁ অনুভৱ কৰিলে সেইখন তেওঁৰ চিৰপ্ৰিয় পুৰণি জগত। তাৰ ৰঙ-বিৰঙৰ ৰঙৰ মাজত তেওঁৰ ডেকা জীৱনৰ কিবা এটা ৰূপ সৃষ্টিৰ বিৰাট পৰিকল্পনা ঢকা আছে। কেনভাছৰ ওপৰত ডেকা-জীৱনৰ এটা প্ৰতিবিম্ব ফুটাই তুলিবৰ প্ৰচেষ্টা নিহিত আছে। তেওঁ অনুভৱ কৰিলে যেন ষ্টুডিঅ'টো তেওঁৰ নিজৰ জীৱনৰে কথা লিখা এখন কিতাপ তেওঁৰ আগত মুকলি হৈ আছে।

তেওঁ ষ্টুডিঅ'ৰ এটা মূৰৰ পৰা আনটো মূৰলৈ অহাযোৱা কৰিবলৈ ধৰিলে। পুৱাৰ ক্ষীণ পোহৰ বেৰত ওলোমাই থোৱা কেইজনমান অমৰ শিল্পীৰ বিশ্ব-বিশ্ৰুত ছবিৰ নকলৰ ওপৰত পৰি চিকমিকাই উঠা চাবলৈ তেওঁ মাজে মাজে ৰৈছিল।

ষ্টুডিঅ'ৰ চাৰিওখন বেৰ ছবিৰে সজোৱা। 'ডিচেণ্ট ফ্ৰম দি ক্ৰছ', 'কিউপিড আৰু ভেনাছ', 'মনালিচা' 'মেডোনা', 'দি এনানচিয়েচন' আদি বিশ্ববিখ্যাত ছবিৰ নকলো আছিল তাৰ মাজত। সেই ছবিবোৰৰ মাজে মাজে, দামী ফ্ৰেমেৰে বন্ধোৱা তেওঁৰ নিজৰো কেবাখনো ছবি আছিল।

এদিন ৰাফেল, ৰেমব্ৰেণ্ট, মাইকেল এঞ্জিল, ৰুবেন্স, লিওনাৰ্ড ভিন্সি, ইনগ্ৰেছ, কৰিজিঅ' আদিৰ দৰে অমৰ শিল্পীসকলৰ লগতো তেওঁৰ আত্মাৰ কিবা এটা সম্বন্ধ থকা যেন তেওঁৰ অনুভৱ হৈছিল—তেওঁলোকৰ ছবিৰ ৰঙৰ পৰা তেওঁৰ ছবিৰ ৰঙলৈ কিবা এক নেদেখা সহানুভূতি অহাযোৱা কৰা যেন তেওঁৰ অনুভৱ হৈছিল। আৰু সেই সাহসতে সেইবোৰ ছবিৰ লগতে তেওঁ নিজৰ ছবি কেইখনো আঁৰি থৈছিল।

চিত্ৰকৰে ষ্টুডিঅ'ৰ চাৰিওফালে চালে, আটাইবোৰ ছবি তেওঁৰ চকুত পৰিল, কিন্তু আজি অকস্মাতে কিবা এটা অসহনীয় দুখ তেওঁৰ মনলৈ আহিল। তেওঁ এবাৰ এখন ছবিৰ ওচৰত থমকি ৰ'ল। দামী সোণালী ফ্ৰেমেৰে ধুনীয়াকৈ বন্ধোৱা পিতলৰ শিকলিৰে বেৰত ওলোমাই থোৱা তেওঁৰে এখন ছবি। তেওঁ থৰ লাগি চাই থাকিল। এটা বুঢ়া মানুহৰ

ছবি। জ্যোতিহীন চকু দুটা গাঁতত বহি গৈছে; কপাল আৰু মুখৰ কদৰ্য দাগবোৰ যেন জীৱনৰ শেষৰ কঁপ উঠা খোজৰ দাগ। বেকগ্ৰাউণ্ডৰ ক'লা আৰু ধোৱাবৰণীয়া ৰঙটো যেন সেই জীৱনটো লাহে লাহে গ্ৰাস কৰি অনা গভীৰ অনন্ত আন্ধাৰৰ আগজাননী। তেওঁ তন্ময় হৈ বহুপৰ চাই থাকিল। ছবিখনৰ মাজেদি তেওঁ যেন নিজৰ আত্মালৈ চালে। আচৰিত হ'ল তেওঁ কেনেকৈ সেই ছবি আঁকিব পাৰিলে। তেওঁ নিজৰ অন্তৰৰ ভিতৰলৈ চালে—তাত কতো অকণো আন্ধাৰ নাই, শেষৰ অস্থিৰতা নাই। তেওঁৰ অন্তৰত যেন এটা নতুন জীৱনৰ পুৱাৰ পোহৰ। তেওঁ অনুভৱ কৰিলে ডেকা জীৱনৰ এটা গৌৰৱ আৰু শক্তিৰ প্ৰভাৱ।

মিছা ছবি, নিজকে প্ৰবঞ্চনা কৰা ছবি। ছবি তেওঁৰ অন্তৰৰ আত্মাৰ ৰূপান্তৰ, ভিতৰৰ স্বৰূপ—কিন্তু সেই ছবি মিছা ছবি, ভিতৰৰ এটা অসত্য ৰূপান্তৰ। তেওঁ সেই ছবিখন নমাই আনি টেবুলখনৰ ওপৰত থলে।

তাৰপিছত আন এখন ছবিৰ ওচৰলৈ গ'ল। আগৰখনতকৈ বেছি শক্তি ব্যয় কৰি অঁকা—বেছি জাকজমককৈ বন্ধোৱা তেওঁৰ ছবি। তেওঁৰ মানসীৰ ছবি—অন্তৰৰ ৰূপৰ সৌন্দৰ্যৰ পবিত্ৰতাৰ আদৰ্শ ছবি।.... ছবি মানসী আৰু বাস্তৱ। মানসী আৰু তেওঁৰ মাধুৰী কিমান আঁতৰ আঁতৰ প্ৰত্যেকৰে বাহিৰ স্বৰূপ আত্মপ্ৰকাশত! তেওঁ ভাবিলে। অথচ তেওঁৰ অন্তৰ সেই একেটা সৌন্দৰ্যৰ উৎস একেটা আদৰ্শেৰে অনুপ্ৰেৰিত। মাধুৰীৰ পৰা ছবিখনৰ কিমান বিভিন্নতা! ছবিখনৰ প্ৰতিমূৰ্ত্তিৰ চকুটো মাধুৰীৰ চকুতকৈ বেছি সুন্দৰ বেছি নীলা. চুলিকোচা বেছি দীঘল, ওঠ দুটা বেছি ৰঙা, দেহ বেছি সুঠাম সুগঠিত, অথচ সেই নিৰ্জ্জীৱ ৰঙেৰে অঁকা দুচকুত মাধুৰীৰ জীৱন্ত চাৱনিটোৰ দৰে প্ৰাণ নাই, ৰঙেৰে অঁকা ওঁঠত মাধুৰীৰ তেজ মাংসৰ ওঁঠৰ উত্তেজনা নাই। সাগৰৰ ইপাৰ সিপাৰৰ দৰে বেলেগ দুয়োটা বস্তু। তেওঁৰ চকু পৰিল তাৰ কাষতে থকা ৰাফেলৰ মেডোনা ছবিৰ নকলটোৰ ওপৰত। কি সাহসত তেওঁ নিজৰ ছবিখন সেই অমৰ ছবিখনৰ কাষত ওলোমাই থব পাৰিছিল। কিমান সাধাৰণ সেই ছবিখন, অথচ কিমান অসাধাৰণ, কিমান সুন্দৰ, কিমান স্বৰ্গীয় আৰু পবিত্ৰ।

ৰং আৰু ৰূপৰ বাহুল্য নাই—সাধাৰণ ভাবে আঁকা এখন ছবি অথচ সেই আঁচ কেইটাৰ ভিতৰতে কিমান প্ৰাণ কেনেকুৱা জীৱন্ত অনুভূতিৰ আত্মপ্ৰকাশ —যেন চিত্ৰকৰৰ অন্তৰৰ আন এক ৰূপান্তৰ! তাৰে সৈতে তেওঁ নিজৰ ছবি তুলনা কৰি চালে। কিমান অসত্য কদৰ্য কুৰূপ তাৰ তুলনাত তাক তেওঁ অনুভৱ কৰিলে। তেওঁৰ নিজৰ ছবিত ৰঙৰ বাহাদুৰী, পাৰস্পেকটিভ এনাটমিৰ নিখুঁত হিচাপ—দেখাত সুন্দৰ অথচ কেনেকুৱা নিৰ্জীৱ মৰা!

অতদিনে তেনে তেওঁ কি আঁকিলে? কেৱল নিজকে প্ৰৱঞ্চনা কৰিলে। ব্যৰ্থ তেওঁৰ আৰ্ট, অসুন্দৰ, অসত্য, প্ৰাণহীন—তেওঁ ভাবিলে। কিবা এক বুজাব নোৱাৰা হতাশা আৰু বেজাৰ তেওঁৰ মনলৈ আহিল। তেওঁ সেই ছবিখনো নমাই আনিলে আৰু সজোৰে পকাৰ ওপৰত দলিমাৰি পেলাই দিলে। ছবিখনৰ কাচ ভাগি টুকুৰা-টুকুৰ হ'ল। ফ্ৰেমটো ঢিলা হৈ পৰিল। ছবিখন নষ্ট হ'ল।

তাৰপিছত তেওঁ খিৰিকিখনৰ কাষলৈ গৈ বাহিৰলৈ চাই থাকিল। তেওঁৰ দুগালেদি চকুপানীৰ ডাঙৰ ডাঙৰ টোপাল বৈ আহিল।

গোটেইদিন তেওঁৰ মন কিবা এটা দুখ আৰু বেজাৰত ভৰি উঠিল। বাৰে বাৰে তেওঁৰ মনলৈ এটা অসন্তোষ আৰু অসম্পূৰ্ণতাৰ ভাৱ আহি পৰে আৰু তেওঁ নিজৰ আৰ্টৰ কথা ভাৱে। তেওঁ অন্তৰত দেখে তেওঁ আৰ্ট আৰ্টকৈ বলিয়া হোৱা তেওঁৰ নিজৰ আৰ্টৰ ফোঁপোলা অসত্য অসুন্দৰ স্বৰূপটো। তেওঁ ভাবিলে আৰ্ট কি? আৰ্ট সুন্দৰ নে সত্য—আৰ্টৰ মাজত নিজৰ অন্তৰৰ প্ৰকাশ নে আৰ্টৰ মাজত নিজক লুকুৱা।

তাৰপিছত কেবাদিনো তেওঁ আগৰ দৰে নিজৰ ষ্টুডিঅ'লৈ গ'ল। আঁকিবৰ চেষ্টা কৰিলে কিন্তু আঁকিব নোৱাৰিলে। কিন্তু তেওঁৰ মনৰ মাজত কিবা এটা সপোনৰ দৰে ছাঁ—কিবা এটা অসাধাৰণ, অতি সুন্দৰ, অতি পৱিত্ৰভাৱ ছাঁ জিলিকি উঠিব ধৰিলে। সেই ৰহস্যময় ছাঁটোৰ ৰূপটো তেওঁৰ আত্মাৰ প্ৰতিবিম্বৰ দৰে চকামকাকৈ দেখিলে; কিন্তু যেতিয়া তাক তেওঁ ৰং আৰু ৰেখাৰ মাজত পাব খুজিলে তেতিয়া সি মৰীচিকাৰ দৰে আঁতৰি যাবলৈ ধৰিলে।

কিছুদিনৰ পিছত। এদিন ৰাতি টৌপনিৰ পৰা সাৰ পাই শিল্পীয়ে বুকুত এটা অসহ্য বিষ অনুভৱ কৰিলে। তেওঁ মাধুৰীক জগাই দিলে। সাৰ পাই উঠি মাধুৰী বৰ চিন্তিত আৰু ব্যস্ত হৈ পৰিল। গাত হাত দি চাই বুজিলে শিৰিয়েকৰ জ্বৰ উঠি আহিছে। বাকীচোৱা ৰাতি মাধুৰীয়ে শিৰিয়েকৰ কাষতে উজাগৰে বহি কটালে। পুৱাৰ লগে লগে চিত্ৰকৰৰ জ্বৰ বাঢ়িবলৈ ধৰিলে। ৰাতি পুৱালত মাধুৰীয়ে ডাক্তৰক খবৰ দিয়ালে।

পাঁচদিন জীৱন মৰণৰ সীমান্ত থাকি তেওঁ আকৌ জীৱনৰ মাজলৈকে ঘূৰি আহিব ধৰিলে। দিনে ৰাতিয়ে মাধুৰীয়ে পৰিচৰ্যা কৰি শিৰিয়েকৰ কাষতে বহি থাকে। তেওঁৰ যাতনাক্লিষ্ট মুখলৈ চাই নিজক পাহৰি থাকে। দিনে ৰাতিয়ে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰে, তেওঁৰ আৰোগ্য কামনা কৰি। নিজক মাৰিও হয়তো পাৰিলে তেওঁক জীয়াবৰ আশা কৰে।

দিনে ৰাতিয়ে কাষত থাকি মাধুৰীয়ে তেওঁক চকুৰ আঁতৰ হ'ব নিদিয়ে। তেওঁৰ জীৱনৰ ক্ষীণ কপনিটোও লক্ষ্য কৰিবলৈ, তেওঁৰ বুকুৰ ধীৰ স্পন্দন-টোও শুনিব পৰাকৈ সজাগ হৈ থাকে। হাত মেলিলেই চুব পৰাকৈ চকু মেলিলেই দেখাকৈ মাধুৰী শিৰিয়েকৰ ওচৰতে থাকে। তেওঁৰ দুখ যাতনাৰ সামান্য কঁপনি এটাইও তাইৰ চকু সজল কৰে—যাতনা প্ৰকাশৰ সামান্য এক অস্ফুট শব্দও বজ্ৰৰ দৰে তাই কাণত বাজি উঠে। * * *

ৰাতি ডাঙৰ ঘড়ীটোৰ বাৰ বজাৰ ঘন্টাৰ শব্দত পাতল টৌপনিৰ পৰা সাৰপাই চিত্ৰকৰে চকু মেলিলে। চকু মেলিয়েই তেওঁৰ দৃষ্টি মাধুৰীৰ তন্দ্ৰালস, অলপ মুদখোৱা চকুযুৰীত পৰিলে। "তুমি অলপ শুই থাকা মাধুৰী। তুমি বৰ অৱশ হৈ পৰিছা সোণ।" টৌপনিৰ অত্যাচাৰত মধুৰ জ্যোতিহীন মাধুৰীৰ চকুযুৰীলৈ চাই চিত্ৰকৰে ক'লে। তন্দ্ৰাৰ পৰা সাৰপাই ব্যস্ত হৈ মাধুৰীয়ে ক'লে,

"তুমি শোৱাচোন নিটাল মাৰি। তোমাৰ টৌপনি আহিলে মই শুম। মোৰে শপত মনে মনে শুই থাকা। মোতকৈ তোমাৰ টৌপনিৰ আৱশ্যক বেছি।"

"মোৰ কাৰণে তুমি নিজকে মাৰিব খুজিছা। তুমি মৰিলে মোৰো

জীয়াই থকাৰ কোনো প্ৰয়োজন নাই।" বাগৰ সলাই, দ'ৰা মানুহৰ দৰে চকুমুদি তোৰভোৰাই তেওঁ ক'লে। * * *

"মোৰ অলপ ভাল লাগিছে মাধুৰী, আগতকৈ বহুত ভাল পাইছো। তুমি ইমান ব্যস্ত নহবা—ইমান বেছি কষ্ট তুমি সহ্য কৰিব নোৱাৰিবা। মোৰ ভয় হয় তোমাৰো অসুখ হ'ব—তুমি বৰ কোমল সোণ।" তাইৰ হাতখন বুকুৰ মাজলৈ টানি লৈ চুমা খাই আৰ্টিষ্টে ক'লে।

"তোমাৰ ভাল হৈছে বুলি ক'লে মই বৰ আনন্দ পাওঁ। তুমি বাৰু মোৰ কথা ভাবিব নেলাগে। মই ঠিক আছো।"

তেওঁ মাধুৰীৰ মুখলৈ থৰ লাগি চাই থাকে। তাইৰ চুলিকোগাত বিশৃঙ্খলতা, ধুনীয়া কপালখনত চিন্তা, ব্যাকুলতা, অস্থিৰতা, ব্যস্ততাৰ স্পষ্ট ৰেখা। ইচ্ছাকৃত অনাহাৰ আৰু উজাগৰে তাইৰ চকুৰ যথেষ্ট জ্যোতি তাইৰ মুখৰ যথেষ্ট ৰঙচুৱা বোল অপহৰণ কৰি নিছে। গালত চকুপানীৰ শুকাই যোৱা দাগ, ভয় আৰু বিহ্বলতাত শেঁতা পৰা ওঁঠ। কিন্তু সেই মুখত কিবা এটা স্বৰ্গীয় ৰূপ কিবা আচৰিত প্ৰভাৱ তেওঁ দেখা পায়। তেওঁৰ প্ৰতি মাধুৰীৰ সাগৰৰ দৰে কেনে গভীৰ প্ৰেম অনুভৱ কৰে। তেওঁ মুগ্ধ হৈ চাই থাকি দেখে মাধুৰীৰ মুখৰ পৰা যেন এক স্বৰ্গীয় অনন্ত সৌন্দৰ্যৰ দীপ্তিৰেখা উফৰি আহিছে—পৱিত্ৰতাৰ প্ৰেমৰ এক বিৰাট ৰূপজ্যোতি-সৃষ্টিৰ, নেদেখাৰ, কল্পনাৰ, আত্মাৰ সৌন্দৰ্যৰ পোহৰ। তেওঁৰ কল্পনা ব্যাকুল হয়—মুগ্ধ হয়, তেওঁৰ অন্তৰৰ সঁগসাচ আৰ্টিষ্টটো সাৰ পাই উঠে।

হঠাতে কিবা এটা পোৱাৰ আনন্দত তেওঁৰ বুকুখন তোলপাৰ কৰি উঠে। তেওঁ দেখে সেই ৰূপ সেই সৌন্দৰ্যই তেওঁৰ অনন্তকালৰ অভিলাস —যাৰ কাৰণে তেওঁ অতদিনে হাবাথুৰি খাই ফুৰিছে। অতদিন সিয়েই তেওঁৰ হাতৰ মুঠিৰ পৰা আতঁৰি ফুৰিছে। সিয়েই অতদিন তেওঁক ৰহস্যৰ মায়াৰে অবাক কৰিছে।

…তেওঁ আঁকিব এখন মাধুৰীৰ ছবি। যদি পাৰে তাইৰ মুখত দিব সেই ৰূপ সেই সৌন্দৰ্য। ৰঙ আৰু কেনভাচত মাধুৰীৰ এটা প্ৰতিবিম্ব তুলিব ঠিক তেনে অৱস্থাত—তেনেকুৱা ৰুক্ষ চুলি—বিবৰ্ণ চেহেৰা, শেঁতা ওঁঠ, তেওঁৰ কাষে তেনেকৈ চোৱা চাৱনি। আৰু তাৰ মাজত তেওঁ

কৰী কৰিব আজি অতদিনৰ সৌন্দৰ্য সাধনাৰ প্ৰথম সাৰ্থকতা। হয়তো এখন ছবি হ'ব যি জগতৰ শ্ৰেষ্ঠ আৰ্টিকো উপহাস কৰিব। বাফেলেও হয়তো বঙ দিব নোৱাৰা মাইকেল এঞ্জিলইও হয়তো কল্পনা কৰিব নোৱাৰা ছবি।"—হয় মই আঁকিম—নিশ্চয় আঁকিম"—আনন্দৰ আতিশয্যত মূৰ্চিত হবৰ উপক্ৰম কৰি চিঞৰি উঠিল।

"আহ, কি হ'ল—কি কৈছা ?" মাধুৰীয়ে সুধিলে। "একো নাই হোৱা সোণ। তুমি মোক ষ্টুডিঅ'লৈ লাহে লাহে লৈ যাব পাৰিবানে ? এদিন তুমি মোক তোমাৰ ছবি এখন আঁকি দিবলৈ কৈছিলা। সেইদিনা মই নোৱাৰিলো। কিন্তু আজি পাৰিম, ধুনীয়াকৈ পাৰিম। তুমি মোৰ ওচৰত এনেকৈ বহি থাকিবা, মই তোমাক চাই চাই আঁকিম।"

"অলপ শান্তিৰে থাকাচোন তুমি, মোৰে শপত। ডাক্তৰে তোমাক বেছি কথা ক'বলৈ মানা কৰিছে নহয়। ভালহৈ যিমান আঁকা আঁকি থাকিবা।"

"আজিয়েই পাৰিম মাধুৰী। মইতো ভাল হৈছোৱেই। নহ'লে হয়তো পিছত তোমাৰ মুখৰ পৰা সেই আচৰিত সৌন্দৰ্যটো আতঁৰি পৰিব। তুমি অ'ক হয়তো এনেকৈ নাথাকা। মোক লাগে এইটো মুহূৰ্ত্ত—ঠিক এই চেহেৰা।"

"দেখিছা বাৰু, তোমাক মই মনে মনে থাকিবলৈ কৈছো নহয়—কিযে বলকি আছা।" মাধুৰী আচৰিত হয়। * *

"তুমি আজি মোক ষ্টুডিঅ'লৈ লৈ যাবানে মাধুৰী ?" ইজি-চেয়াৰ এখনত আউজী চিত্ৰকৰে সুধিলে।

"ওহোঁ—আজি নহয়। ডাক্তৰে কৈছে তুমি বৰ দুৰ্বল। আজি নোৱাৰা যাব।" হুকুম কৰাৰ সুৰত তাই ক'লে।

"কাইলৈ কিন্তু যাবলৈ দিব লাগিব। তুমি মোৰ ওচৰত বহি থাকিবা মই চাই চাই আঁকিম।"

"বাৰু আঁকিবা— ইমাননো অধৈৰ্য হৈছা কিয় ! মাধুৰী আহি চকীখনৰ আৰ্মত বহি তেওঁৰ মূৰৰ চুলিত হাত ফুৰাই ক'লে, "তুমি ভাল হোৱাত মই কিমান যে আনন্দ পাইছো !"

"বাৰু সোণ, পিছেও আঁকিম।" মাধুৰীক কাষলৈ টানি লৈ আৰ্টিষ্টে ক'লে।

—::—

বেৰখনৰ একো নথকা বগা বংটোৰ ওপৰৰ পৰা তাৰ তন্ময় চাৱনিটো তুলি আনি অমলে স্থিৰ ভাবে মোৰ মুখৰ ওপৰত থৈ ক'লে—"নীহাৰক ভাল পাওঁনে নেপাওঁ ক'ব নোৱাৰো ; কিন্তু কিৰণ, এতিয়াৰ জীৱনৰ দিনবোৰ অহা-যোৱাৰ গতিৰ সূতাডালত অতি কোমল আৰু বেগেতে মৰহি যোৱা হ'লেও নীহাৰৰ কথাবোৰ একো একোপাহ ফুলৰ দৰে মালা কৰি গাঁথি থৈছো। শুকাই যোৱাত মোৰ একো আপচোচ নাই।"

—"ছিঃ অমল, তোৰ বিদ্যা-বুদ্ধি জ্ঞানৰ গৌৰৱখিনি ক'ত ৰাখিলি ? তোৰ দৰে এটা মানুহেও যে নীহাৰৰ দৰে, এজনী নাৰীৰ ভালপোৱাক আদৰ কৰিবি—তাক মই ভাবিবই নোৱাৰোঁ। সঁচাকৈয়ে যদি ভালপোৱাৰ সার্থকতাখিনি উপভোগ কৰিব খুজিছ, তেনে উপযুক্ত এজনী ছোৱালীক তোৰ অন্তৰৰ ভাল পোৱা ঢালি দে, তাত মোৰ আপত্তি নাই। কিন্তু নীহাৰৰ দৰে এজনী··· ।"

অমলে বাধা দি ক'লে—"বুজিছোঁ কিৰণ, মই জানো তাইৰ মৰম-স্নেহবোৰ কৃত্ৰিম, কোৱাভাতুৰীৰ গুটিৰ দৰে বাহিৰখন কেৱল দেখিবলৈ ধুনীয়া। তাই যেতিয়া তাইৰ চকুৰ মৰমসনা চাৱনিটো মোৰ মুখত থৈ মোক ভাল পায় বুলি কয়, মই তেতিয়া তাইৰ কথাত এটা প্ৰৱঞ্চনাৰ আঘাত অনুভৱ কৰো। আলিঙ্গনৰ কাৰণে আগবাঢ়ি অহা তাইৰ হাত দুখনৰ নিজকে পাহৰি যোৱা স্পর্শ-সুখৰ মাজতো মই এইটো নাপাহৰো যে মোৰ দৰে আনকো তেনেকৈ বুকুৰ মাজলৈ সাৱটি ল'বলৈ তাইৰ সেই হাত দুখনি সঙ্কুচিত নহয়। তথাপি—তথাপি কিৰণ, মই যেন তাৰ কাৰণে অকণো দুখিত নহৈ তাইক ক্ষমা কৰোঁ।"

অমলৰ আবেগসনা কথাখিনি শুনি থাকিবৰ ধৈৰ্য হেৰুৱাই পেলালো। খঙেৰে ক'লো—"বেচ কৰিছ অমল, জানি-শুনিও ধ্বংসৰ বাট বিচাৰি

লৈছ। বুজিছা, তোৰ অন্তৰত ভালপোৱা নাই, আছে এটা পিয়াহ। পিয়াহ লগা এটা বনৰীয়া জন্তুৰ দৰে তই নীহাৰক এডোঙা পানীৰ দৰে ব্যৱহাৰ কৰিছ। তাৰ বাহিৰে আৰু তাইৰ মাজত তোৰ কাৰণে একো নাই।"

—"তাইৰ মাজত মোৰ কাৰণে একো নাই," অধীৰভাৱে অমলে ক'লে—"মই জানো কিৰণ, তাইৰ মাজত মোৰ কাৰণে একো নাই। দূৰলৈ আঁতৰি গৈ মই যেতিয়া তাইৰ ফালে ঘূৰি চাওঁ, তেতিয়া বৰ হতাশ হৈ দেখো, তাই অন্তঃসাৰশূন্য, কিন্তু কেতিয়াবা কেনেবাকৈ আহি তাইৰ নিচেই ওচৰ পালে দেখো, তাই মোৰ কাৰণে পৰিপূৰ্ণ হৈ আছে।"

পৰিপূৰ্ণ!·· ·'ইমান নীচ তই! ইমান তললৈ নামি গলি। বেচ, তই এতিয়া মোৰ ইয়াৰপৰা গুচি যা, তোৰ লগত কথা ক'বলৈ মোৰ ধৈৰ্য নাই—ঘিণ লাগিছে।" বৰ বিৰক্তি আৰু বিতৃষ্ণাৰে চকীখনৰপৰা ঘপ কৰে উঠি আঁতৰি যাব খুজিলোঁ।

অমলেও উঠিল। মোৰ মুখলৈ চাই গহীনভাৱে ক'লে—"বেচ কৰিলি কিৰণ, অৱশেষত তয়ো মোক ঘৃণাৰে দূৰলৈ আঁতৰাই দিলি।" সি লাহে লাহে ওলাই গুচি গ'ল।

অমলৰ শেষ কথাটোৰ কঁপনিটো তেতিয়াও বতাহত বাজি আছিল। সি যোৱাৰ পিচত বেয়া লাগিল। বৰ আঘাত পালে সি। মোৰ মৰমৰ অমল, মোৰ বন্ধু অমল—মোৰ ভাইৰ দৰে আপোন কৰি জীৱনৰ কত দিন তাৰ লগত কটাই আছিলোঁ। আৰু আজি তাক হঠাতে এনেকৈ মোৰ কাষৰ-পৰা তললৈ খহি যোৱা চাই থাকিব পাৰিমনে? সি ভুল কৰিছে, মই তাৰ ভুল ভাঙি দিম। সি বাট বুলি অবাটে যাব ধৰিছে—মোৰ কৰ্তব্য তাক বাট দেখুৱাই দিয়া। সি সোণ বুলি পিতলৰ চাক-চিক্যত ভোল গৈছে, মই তাক বুজাই দিব লাগিব। সি যেতিয়া বুজিব তাৰ ভুল, সি তেতিয়া মোকো বুজিব পাৰিব।

···তাকেই ভাবো, মাইকী মানুহৰ সকলো সম্পদৰ মাজত ৰূপটোৱেই জানো শ্ৰেষ্ঠ। নীহাৰ দেখিবলৈ ধুনীয়া—অমলৰ দৰে ময়ো তাইক ধুনীয়া দেখো। কিন্তু শুদা ৰূপৰ ৰহণসনা কাপোৰখনৰ তলত চাকি থোৱা নীহাৰৰ

ফুৎসিং কুৰূপ জীৱনটো দেখিও, সি কিয় আওকাণ কৰে···। য'তে ত'তে পৰি থকা পাথৰৰ দৰে সহজপ্ৰাপ্য তাইৰ নাৰীত্বখিনি অমলে দুষ্প্ৰাপ্য মুকু-তাৰ দৰে কিয় ডিঙিত আঁৰি লব খোজে।

···গধূলি ফুৰি ফুৰি অমলৰ ঘৰ পালোগৈ। ৰাতি তেতিয়া দহমান বাজিছে। অমলক দেখি আচৰিত হলো। সি সাজি-পাৰি ক'ৰবালৈ যাবলৈ ওলাইছে। মোক দেখি সি হতাশভাৱে মোক বহিবলৈ কৈ নিজেও বহিল।

···"ইমান ৰাতি তই কিয় আহিলি কিৰণ"—সি সুধিলে। বুজিলো, সি সেই সময়ত মোক আশা কৰা নাছিল।

· "ইমান ৰাতি তই কলৈ যাবলৈ ওলাইছ!"—তাৰ কথালৈ মন নকৰি মই সুধিলোঁ।

···"মোৰ এঠাইত নিমন্ত্ৰণ আছে কিৰণ।"

নিমন্ত্ৰণ বুলি সন্দেহ হ'ল। বুজিলোঁ, কলৈ তাৰ নিমন্ত্ৰণ হ'ব পাৰে। মনটোক বলেৰে দমাই ৰাখি কলো—"বেচ, মই জেনেহলে ভাল সময়তে ওলালোহি। ময়ো যাম তোৰ লগতে · মোকো লৈ ব'ল"

অমলে ধীৰভাৱে হাঁহি ক'লে—"মোৰ নিমন্ত্ৰণ আছে আৰু তই বিনা নিমন্ত্ৰণে··· ?"

···"ওঁ" বিনা নিমন্ত্ৰণে—মই বিনা নিমন্ত্ৰণেই যাম।" ভাবিলোঁ, যদি সি নীহাৰৰ ঘৰলৈকে যাবলৈ ওলাইছে, তেন্তে নিশ্চয় মই যাবলৈ ওলালে তাৰ আৰু যোৱা নহ'ব।

"অৱশ্যে কিৰণ, মই য'লৈ যাবলৈ ওলাইছো তালৈ সকলো বিনা নিমন্ত্ৰণেই যায় আৰু নিমন্ত্ৰণ থাকিলেও সি সকলোৰে কাৰণে। তইঁতৰ নিচিনা ভাল মানুহে তাক ঘৃণাৰে আওহেলা কৰিব পৰাতে তইঁতৰ বৈশিষ্ট্য। তই যাব নোৱাৰিবি কিৰণ।"

—"তই নীহাৰৰ ঘৰলৈ যাবলৈ ওলাইছ নহয় ?" খং প্ৰকাশ নকৰাকৈ চেপা দি ৰাখি সুধিলোঁ।

সি তললৈ মূৰ কৰি জোতাৰ ফিটা বান্ধিব ধৰিলে। তাৰ পিচত যাবলৈ ওলায়ো চকীখনৰপৰা উঠিবৰ কাৰবাৰ নকৰিলে। তাৰ মনৰ কথা বুজিলো।

—"মিছাকৈয়ে বহি থাকিলে আৰু কি হ'ব অমল? মই যাম বুলিছো যাম।" দৃঢ় প্ৰতিজ্ঞভাৱে কথাষাৰ কৈ মই উঠি আহিলো। নীৰৱে সি মোৰ পিচে পিচে ওলাই আহিল। গেৰেজৰপৰা গাড়ীখন উলিয়াই আনিলে। আগৰ চিটতে দুয়ো বহিলো। ৰাতিৰ আন্ধাৰে ভাব আৰু মৌনতাক বেছি গম্ভীৰ কৰি তুলিলে।

সি নীহাৰৰফালে যাবৰ বাট নলৈ আনফালে ঘূৰি-পকি যাব ধৰিলে। তাৰ উদ্দেশ্য বুজিব নোৱাৰি সুধিলো—"কলৈ যাব অমল?"

—"তোক ঘৰত থৈ আহোগৈ।"—গাড়ীখনৰ গতি অলপ ধীৰ কৰি সি ক'লে।

তেতিয়া মাত্ৰ এটা কথা মনত স্পষ্টভাৱে আছিল যে আজি কেতিয়াও তাক অকলে যাবলৈ এৰি নিদিওঁ। তৰ্ক-যুক্তিলৈ অপেক্ষা নকৰি কলো— "ওহোঁ, সেইটো হ'ব নোৱাৰে ভাই, তই যলৈ যাব মোকো লৈ ব'ল।"

—"তই নীহাৰৰ ঘৰলৈ ঠিক যাবি কিৰণ"—জোৰ দি সি সুধিলে।

—"নিশ্চয় যাম"—মই কলো।

ঘূৰি-পকি আহি এটা ৰাজআলিৰ ঘূৰণিত ( turning ) থকা এটা বিজুলী চাকিৰ তীব্ৰ পোহৰত চকু পৰিল। চাকিৰ পোহৰত আলিৰ মুৰটো কিছুদূৰলৈকে পোহৰ হৈ আছে, যেন সেই বাটেদি যাবলৈ পোহৰ-খিনিয়ে মানুহক নিলাজভাৱে নিমন্ত্ৰণ কৰিছে। সেইপিনেই অমলে ষ্টিয়াৰিং ঘূৰাই দিলে। মনত হ'ল যেন মটৰখন এতিয়া আপোনা-আপুনি ঘূৰি আহি আকৌ অহা বাটেদিয়েই যাব। কিন্তু চাকিৰ পোহৰত ইঞ্জিনটোৰ ওপৰখন কেইবাৰমান চিক্‌চিক কৰি সেই বাটেদিয়েই সোমাই গ'ল। বাটেদি দুই-চাৰিটা মানুহ অহা-যোৱা কৰিছিল। মটৰৰ জোৰ পোহৰত সিহঁতৰ মুখবোৰ জিলিকি পৰিছিল। সেই মানুহবোৰে যেন পোহৰৰ মাজৰপৰা মটৰৰ আন্ধাৰ ভিতৰখনৰ আমাৰ মুখলৈ তীক্ষ্ণ দৃষ্টিৰে চাই অসভ্য হাঁহিৰে হাঁহি গ'ল। অমলৰ চুলি কোচাত ধৰি তাক আঁতৰাই দি মই নিজে ষ্টিয়াৰিং ধৰি সেই বাটেদি গাড়ী চলাবৰ মন গ'ল। কিন্তু বহুত যে আহিলো। তেন্তে সঁচাকৈয়ে ময়ো নীহাৰৰ ঘৰলৈকে আহিলোনেকি?

অমলক কিবা এটা কম কম বুলি ভাবোতেই গাড়ীখন আহি নীহাৰৰ ঘৰৰ সন্মুখত ৰ'ল। ষ্টার্ট বন্ধ নকৰাকৈ অমলে নামি ক'লে—"ভই এতিয়া গাড়ী লৈ উভতি যা কিৰণ।"

কিবা এটা ক'বৰ চেষ্টা কৰিও ক'ব নোৱাৰি গাড়ীখনৰ ষ্টার্ট বন্ধ কৰি ময়ো নামিলো। আন্ধাৰত অমলৰ একেবাৰেই ওচৰচাপি গৈ তাৰ গাত হাত দি ক'লো—"ময়ো যাম অমল।" সি একো নক'লে। মটৰ গাড়ীৰ লোহাৰ ইঞ্জিনটোৰ দৰেই আমাক ভৰি ঢুখনে টানি আনি একেবাৰেই নীহাৰৰ কোঠালীৰ ভিতৰ পোৱালেহি।

ছুয়োজনকে বহিবলৈ দিলে। অমলক ছোফাখনত বহি লোৱা দেখি ময়ো কেনেবাকৈ বহিলো। তাই ফেনৰ চুইচটো টিপি দি আমাৰ আগতে বহিলহি। ফিৰ ফিৰকৈ বলা ফেনখনৰ বতাহে শৰীৰৰ ভীষণ উত্তাপখিনিৰ অকণো কমাব নোৱাৰিলে।

—"এওঁ কোন?"

তাইৰ কোমল মাতআষাৰত চক্ খাই উঠি মুখৰপৰা ঘাম মোছা কমালখন গুচাই তাইৰ মুখলৈ চালো। তাই তাইৰ আচৰিত ধুনীয়া চকুৰ চাৰনিটো মোৰ মুখত কিবা ৰকমে থৈ অমলক সুধিছে।

—"এওঁ মোৰ বন্ধু, মোৰ একমাত্ৰ মৰমৰ বন্ধু, যাৰ কথা মই তোমাক মাজে-সময়ে ক'বলগা হয়।"

—"নমস্কাৰ, মোৰ বৰ সৌভাগ্য যে মোৰ ঘৰত ভৰিৰ ধূলা দি মোক কৃতার্থ কৰিলে।"

মোৰ ইচ্ছা-অনিচ্ছালৈ অপেক্ষা নকৰি হাত ছুখনৰ শিৰবোৰ আপোনা-আপুনি কোঁচ খাই হাত ছুখন কপালত উঠি তাইক প্ৰতি নমস্কাৰ জনালে। এটা কথাও ক'ব নোৱাৰিলো।

অমল আৰু নীহাৰে কথা পাতিছে। অমলে ক'লে,—"চোৱা নীহাৰ, মোৰ বন্ধু আহিছে, তোমাৰ কেইটামান গান শুনিবলৈ।"

গান শুনিবলৈ মই অহা নাই বুলি ক'ব খুজিছিলোঁ। পিচে কি কৰিবলৈ আহিছো তাক নাজানো……।

—"অ হয়নেকি, আপুনি মোৰ গান শুনিবলৈ আহিছে ?" নীহাৰে আগৰ দৰেই মোৰ মুখলৈ চাই ক'লে। অমলৰ চকু ছুটাও মোৰ ওপৰত।

"হয়" বুলি কৈ মাতটোৰ অস্বাভাবিকতাত নিজেই আচৰিত হৈ শুনিলো যেন সেই কথাটো মই নকৈ মোৰ ভিতৰৰপৰা আন কোনোবাই কৈ দিলে।

—"মই বৰ সুখী হ'লো, কিন্তু মই বিশেষ ভাল গাব নাজানো। আপোনাক যে সন্তুষ্ট কৰিব পাৰিম সেই বিষয়ে সন্দেহ। বাৰু চেষ্টা কৰি চাওঁ।"

তাই গৈ অৰ্গেনৰ আগত বহিল।

তাই আঁতৰি যোৱাত কোঠালীটোৰ চাৰিওফালে এবাৰ চাবলৈ সুবিধা পালো। 'ক্লাৱাৰ-ভেছ'ত আমাৰ দৰেই ফুল থৈছে—টেবুলত আমাৰ দৰেই টেবুলক্লথ ; ড্ৰেছিং টেবুলত প্ৰসাধনৰ বস্তু। পালেং, বিচনা সকলো আমাৰ দৰেই। আমাৰ দৰেই ইহঁতো থাকে। নীহাৰৰ ওপৰত চকু পৰিল। তাই গান গাইছে, ধুনীয়াকৈ কাপোৰ-কানি পিন্ধিছে, মূৰ আচুৰিছে, অলঙ্কাৰ পিন্ধিছে ··· আন তিৰোতা মানুহৰ দৰে। তথাপি যেন মই কাহানিও সন্দেহ নোপোৱা ক'ৰবাৰ কিবা এটা অভিনৱ যাতুঘৰত সোমাইছোহি।

তাইৰ গানৰ সুৰ উঠি-নামি গোটেই ঘৰটো বিয়পি পৰিছিল। নিস্তব্ধ নিশা তাইৰ ভৈৰৱী গানৰ সুৰ বাজি উঠি বাহিৰৰ আন্ধাৰত মিলি গৈছে। তাই আপোন মনে গাইছে—বিজুলী চাকিৰ পোহৰত তাইৰ মুখখন জিলিকি পৰিছে। মূৰৰ চুলিত তাইৰ সুৰৰ ঢৌবোৰ নাচি ফুৰিছে, কপালত, চকুত সুৰৰ কঁপনি ফুটি উঠিছে। ওঁঠত, ডিঙিত সুৰৰ অধীৰতা, চকুত সুৰৰ আবেশ, যেন গোটেই ছুনীয়াৰ সুৰ-মাধুৰী তাই টানি আনি তাইৰ গোটেই দেহত সানি লৈছে।

তাইৰ গান বন্ধ হ'ল। অমলে তাৰ তন্দ্ৰালসৰ দৰে চকু ছুটা মেলি ক'লে—"আৰু এটা নীহাৰ, বৰ ভাল লাগিছে।"

আকৌ তাই গালে। সকলো পাহৰি শুনি থাকিলো। গান শেষ হ'লত অমলে তাৰ হাত ঘড়ীটোলৈ চাই ক'লে—"যাওঁ কিৰণ।"

বাহিৰ ওলাই দেখিলো, বাহিৰৰ বতাহ সহ্য কৰিবলৈ শৰীৰৰ শক্তিখিনি

হেৰুৱাই পেলালো। লৰালৰিকৈ মটৰৰ পিচৰ চিটত বহিলো—কিজানি অমলৰ ওচৰত মোৰ দুৰ্বলতাখিনি সি কিবা গম পায়। মাজতে এবাৰ অমলে সুধিলে—"নীহাৰে খুব ভাল গান গায়, নহয়নে ?"

সকৰৈ এটা 'হুঁ' বুলি চকু মুদি বহিলো। ৰাজবাটৰ বিজুলী চাকিবোৰে চকুত জুয়ে পোৰাদি পুৰিছিল।

নিজৰ ওপৰত যথেষ্ট বিশ্বাস আছে। প্ৰথমদিনা বাদ দি আৰু তিনি দিন মই অমলৰ লগত নীহাৰৰ ঘৰলৈ গৈছো। হয়তো অমলে ভাবিছে, ময়ো তাৰ পথৰ পথিক হ'ব খুজিছো। সি ভয় কৰিছে। কিন্তু যেতিয়া শেষলৈকে সি নিজ চকুৰে দেখিব, তেতিয়াহে বুজিব। অমলক সেই পথৰপৰা ঘূৰাই আনিবই লাগিব। তাৰ ছাঁটোৰ দৰে তাৰ পিচে পিচে ফুৰিব লাগিব। মই তাৰ লগত থকাৰ কাৰণে শেষত গৈ তাৰ আৰু নীহাৰৰ মাজত গানৰ সম্বন্ধটোহে থাকিব।

এদিন নিশ্চয় নীহাৰে মোকো ভাল পাবলৈ বিচাৰিব, সেইদিনা তাই বুজিব নাৰীৰ নাৰীত্বৰ দৰে পুৰুষত্বও কিমান দুষ্প্ৰাপ্য। আৰু বুজিব পাৰিব, যদি তাইৰ হেৰুৱাই পেলোৱাখিনিৰ কাৰণে অনুশোচনা কৰে—যদি তাই আঘাত পাই তাইৰ জীৱনৰ গতিটোকে নতুন পথেদি ফিৰাই দিয়ে। সেই-দিনা মোৰ জয়ৰ আনন্দ। অমল আৰু নীহাৰ দুয়োজন তেতিয়া পৰাজিত।

নীহাৰজনী ইমান ধুনীয়া দেখিবলৈ—ইমান সুন্দৰ···। ইমান সুন্দৰ গান গায়—ইমান মিঠা মাতেৰে কথা কয়—ইমান ভাল তাইৰ ব্যৱহাৰবোৰ। কেতিয়াবা পাহৰিয়েই যাওঁ, তাইৰ সকলো থকাতো কি নাই। জগতৰ আনবোৰ তিৰোতা মানুহৰ দৰে হৈয়ো কোনখিনিত তাইৰ প্ৰভেদ। কিয় বাছি ল'লে তাই জীৱনৰ এই হেয় অসুন্দৰ কুৰূপ ছলনাটো। পানীৰ ফেনৰ দৰে কিয় তাই তাইৰ ভাল মানুহ হোৱাৰ সাৰ্থকতাখিনি লোকৰ ইচ্ছাৰ সোঁতত উটি যাবলৈ দিলে···। কি হৈ থাকিবৰ, কি পাবৰ আশাই তাইক সেইপিনে টানি নিলে।

···আচৰিত হওঁ ভাবি, কোনখিনিত তাইৰ জীৱনৰ সাৰ্থকতা—কোন-খিনিত তাইৰ জীয়াই থকাৰ আৱশ্যকতা। সমাজে বিচাৰ কৰিব, মানুহে

বিচাৰ কৰিব, ছুনিয়াই বিচাৰ কৰিব বাহিৰত স্পষ্টভাৱে ওলাই থকা তাইৰ জীৱনৰ আন্ধাৰ কালটো। মানুহৰ অনাদৰ আওহেলাৰ মাজতে থাকি তাই তাইৰ জীৱনৰ সাৰ্থকতাখিনি ক'ত বিচাৰি পাব?

...জীৱন! বোধকৰো তাইৰ জীৱন বোলা এটা বস্তু নাই। হয়তো পশুৰ দৰে তাই জীয়াই আছে, কেৱল নিজৰ কাৰণে। তথাপি তাই তেনেকৈ থাকিও মানুহৰে ভাল-বেয়াৰ হিচাবৰ মাজত সোমাই মানুহ বুলি পৰিচয় দিব পাৰিছে।

মানুহে তাইক মানুহ বুলিয়েই ক্ষমা নকৰে। মানুহৰ ধৰা-বন্ধা নিয়ম নমনাতে তাইৰ দোষ কিন্তু। তাই নিজৰ কাৰণে যিবোৰ নিয়ম বান্ধি থৈছে, সেইবোৰ আনে মানি নলয়। যেন তাইৰখিনি বাদ দি আনবোৰ মানুহৰ নিয়মবোৰহে চিৰন্তন নিয়ম। যেন মানুহতকৈও আগ সেইবোৰ নিয়ম।

...নিয়ম আগ নে মানুহ আগ? নিয়মে মানুহ চলাব নে মানুহে নিয়ম চলাব? সদায় এনেকৈতো চলি অহা নাই। চিৰকাল তো এনেকৈ চলি নাথাকে। হয়তো এনে এদিন আছিল, হয়তো এনে এ'দিন আহিব, যিদিনা মানুহে তাইৰ বাবেই সৰ্বোৎকৃষ্ট নিয়ম বুলি মানিব। সেইদিনা হয়তো ভাল মানুহৰ মাজত তাই সৰ্বোচ্চ স্থান অধিকাৰ কৰি ল'ব।

হঠাৎ অমলক অহা দেখি মনলৈ কিবা এটা অৰ্থহীন আনন্দৰ পুলক আহিল। যদি অমলে আজিও নীহাৰৰ ঘৰলৈকে যাবলৈ মোক লগ ধৰিব আহিছে।

মৰমৰ অমলৰ মঙ্গলৰ কাৰণে বেয়াৰ মাজত সোমায়ো যদি কিবা এটা ভাল বস্তু হেৰাই পাওঁ তাক বুটলি লোৱাত মোৰ কি দোষ হ'ব পাৰে! নীহাৰৰ পৰা আঁতৰে আঁতৰে থাকি তাইৰ মধুৰ গানৰ আৰামখিনি উপভোগ কৰাত মোৰ কি ক্ষতি হ'ব পাৰে!

অমলক বহিবলৈ দি সুধিলো—"কি অমল, নীহাৰৰ ঘৰলৈকে যাবলৈ আহিছিলনেকি?"

—"পাহৰিয়েই আছিলো নীহাৰৰ কথা। যাবৰ ইচ্ছা নাই কিৰণ। মই এনেয়েহে তোৰ ওচৰলৈ আহিছোঁ।" অমলে ক'লে।

—"তোৰ ইচ্ছা নাই ?'···তোৰ যে সমস্ত ইচ্ছা নৈৰ সোঁতৰ দৰে নীহাৰৰ অভিমুখে বব লাগিছে, তাক মই বেচ জানো। মোক তই কি ফাঁকি দিবি ভাই।"

অমলে সহজভাৱে ক'লে,—"তই মোক কি বুলি ভাবিছ কিৰণ। মইতো ভাই এতিয়াও মোৰ ইচ্ছা-শক্তিটোক নীহাৰৰ গোলাম হ'বলৈ দিয়া নাই যে তাই যেনি ইচ্ছা তেনি চলাব। সেই কাৰণে যদিও আজি নীহাৰক সমাদৰ কৰি বুকুৰ মাজলৈ টানি লৈছোঁ, হয়তো ইচ্ছা হ'লে কাইলৈ অনাদৰ আৰু অৱহেলাৰে তাইক ভৰিৰ তললৈ ঠেলি পেলাবও পাৰো।"

—"এয়ে তোৰ ভালপোৱা নহয় ? ইমান নিষ্ঠুৰ তই !" অমলৰ কথাত আচৰিত হৈ কৈ পেলালো।

অমলে মোক ঠাট্টা কৰাৰ চলেৰে হাঁহি ক'লে—"ভালপোৱা ! বৰ হুঁচুৱালি কিৰণ তই। কেলেই তয়েচোন এদিন মোক কৈছিলি নীহাৰক ভালপোৱা মোৰ অন্যায় কাম। আৰু আজিচোন তয়ে আকৌ দাবোৱান বেশেৰে তাইৰ ভালপোৱাৰ দুৱাৰ-মুখত হাজিৰ।"

—"নহয় ভাই অমল, সঁচাকৈয়ে তই যদি অনাদৰ আৰু অৱহেলাৰে নীহাৰক বাদ দিব পাৰ সি বেচ কথা। তেতিয়া তোৰ মঙ্গল। কিন্তু ভাবিছো ভাই তায়োতো এজনী মানুহ, বৰং কোমল প্ৰাণৰ তিৰোতা মানুহহে। তাইতো এটা ফুটবল নহয় যে মানুহে মূৰে-ভৰিয়ে তলে-ওপৰে তাইক গুৰিয়াই-লাথিয়াই ফুৰিব।" ভাবিলো মোৰ কথাত আবেগ নাছিল।

—"তই যে বৰ নতুন কথা কলি। তাইৰ কাৰণে তোৰ আজি ইমান দৰদ কিহৰ ? ভুলত যেনিবা সোণ বুলি পিতলকে তুলি লৈ এতিয়া আচল ৰূপ চিনিব পাৰি দলিয়াই পেলাব খুজিছো। হাত আকৌ তোৰ কি আপত্তি থাকিব পাৰে।"

—"মোৰ একো আপত্তি নাথাকিলহেঁতেন অমল, যদি নীহাৰ পিতলৰ দৰে এটুকুৰা নিস্পন্দ পিতলেই হ'লহেঁতেন। তাইক তো তেনেকৈ দলিয়াই পেলোৱাটো বৰ সহজ কাম নহয়।"

—"বুজিছো কিৰণ, বুজিছো ; কিন্তু এটা কথা, কেতিয়াবা যদি মই

নীহাৰৰ ঘৰলৈ যাওঁ তই আৰু মোৰ লগত যাব নোৱাৰ।" মোৰ ওপৰত অবিশ্বাস কৰি কিজানি সি ক'লে।

—"কিয়, মই গ'লে তোৰ অসুবিধা হয় কাৰণে? মই যামেই—যাবই লাগিব।" কথাষাৰ কৈ মোৰ অলপ বেয়া লাগিল, মোৰ সঙ্গ উদ্দেশ্যটো সি নাজানে।

—"সেই বাটেদি তোক আৰু আগবাঢ়িবলৈ দিব নোৱাৰো কিৰণ।"

—"বাঃ, তই আজি আকৌ মোক বাট দেখুৱাবলৈ আহিছ। মোক ভুল বুজিবি অমল—মই সেই আন্ধাৰ আৰু ভয়াবহ বাটৰ তোৰ লগৰীয়া। তোক মই অকলে যাবলৈ এৰি দিব নোৱাৰো।"

—"তই মোক বৰ ভাল পাৱ, মই জানো ভাই! সেই কাৰণেই তই মোক অকলে এৰি দিবলৈ ভয় কৰিছ। মই বুজিছো। কিন্তু, ভাই সেই পথটো বৰ নিৰাপদ নহয়—হয়তো প্ৰয়োজনেই পথভ্ৰষ্ট হৈ পৰিম। সেই কাৰণে কিৰণ, মই আৰু সেই পথ এৰিবলৈ বাধ্য হ'লো।" অতি গহীনভাৱে সি কথাবোৰ কৈ গ'ল।

—"কি—ইমান সহজে তই নিজক নীহাৰৰ মাজৰপৰা মুক্ত কৰিব পাৰিবি?" আচৰিত হৈ মই সুধিলো।

—"খুব পাৰিম কিৰণ, আজি এই মনৰ অৱস্থা যিমানপৰ, যিমানদিন থাকিব, সিমান সময় পাৰিম, মই তোক নিশ্চিতভাৱে কৈছো।"

...সেই পথেদি নোযোৱাকৈ থকাটো খুব সহজ, কিন্তু গৈ আধাবাটৰপৰা ঘূৰি অহাটো ভয়ানক টান। অমলে মোক প্ৰবঞ্চনাকে কৰিলেনেকি? মোৰ আগত নাযাওঁ বুলি ফাঁকি দি সি মোক এৰি অকলে যাবলৈ বুদ্ধি কৰিলে। বৰ বেয়া লাগিল। ইমান নীচ হ'ব পাৰিলে সি। শেষত মোক ফাঁকি দিবলৈকো সি কুণ্ঠিত নহ'ল...। অমলৰ দৃঢ়প্ৰতিজ্ঞ মুখখনলৈ চাই চাই ভাবিছিলো, তাক খুব সহজে জয় কৰিব পাৰিলো। অন্তৰখন তাৰ বৰ ওখ। কিন্তু সি যোৱাৰ পিচতহে বুজিলো, সি মোক ফাঁকি দি গ'ল ...

ভাবিলো যদি মনে মনে গৈ তাক নীহাৰৰ ঘৰত ধৰা পেলাব পাৰো...। ঠিক হ'ব—খুব ভাল হ'ব, তাৰ মঙ্গলৰ কাৰণে এয়ে মোৰ শেষ চেষ্টা।

বাহিৰ ওলাই মনটো কিবা কিবা লাগিল। কেতিয়াও তেনে উদ্দেশ্যেৰে অকলে বাহিৰ ওলোৱা নাছিলো। ৰাতি যথেষ্ট হৈছিল। আকাশৰ শেঁতা তৰাবোৰে আৰু অসম্পূৰ্ণ জোনটোৱে বিৰাট অন্ধকাৰক পোহৰাবলৈ মিছা চেষ্টা কৰিছিল। আন্ধাৰেই ভাল লাগিল। অন্ততঃ এটা মহৎ উদ্দেশ্যেৰে যদিও ওলাইছিলো তথাপি কিয় জানো মানুহৰ চকুৰ আঁতৰে আঁতৰে এন্ধাৰৰ মাজতে নিজক লুকাই থৈ যাবলৈ বৰ মন গৈছিল। যাওঁ-নাযাওঁকৈ কেনেবাকৈ গৈ নীহাৰৰ ঘৰৰ মুখ পালোগৈ। এবাৰ তাৰেপৰা উভতি আহিব খুজিলো। কিন্তু মনত পৰিল, অমললৈ। অমলক মাজত সোমাই তাইৰ সৰু ঘৰটো এটা প্ৰকাণ্ড কাৰাগাৰৰ দৰে মোৰ চকুত পৰিল। অলপ বৈ শুনিলো, বতাহত যেন নীহাৰৰ প্ৰাণ মাতোৱাৰা কৰা স্নিগ্ধ গানৰ সুৰ বিয়পি পৰিছে।

দুৱাৰত হাত দিলো—দুৱাৰ মেলি দিলে। নীহাৰৰ ওচৰ পালোগৈ। নীহাৰত চকু পৰিল······চাৰিওফালে চালো অমল নাই। অমল তেনে নাই অহা? পালেঙৰ ওপৰত সুকোমল বিচনাত নীহাৰ আধাশোৱা অৱস্থাত পৰি আছে। মোক দেখি উঠি আহিবৰ কোনো প্ৰয়াস নকৰি তাৰেপৰা ব্যস্তভাৱে তাই ক'লে --"অ' আপুনি, আহক, আজি কি বুলিনো আমালৈ মনত পৰিল।"

তাইৰ কথাৰ উত্তৰ দিবলৈ পাহৰি সুধিলো—"অমল আপোনাৰ ইয়ালৈ অহা নাই ?"

তাই তাইৰ ধুনীয়া মুখখন মোৰ আটাইখিনি দৃষ্টি-শক্তিৰ মাজত থৈ ক'লে— 'তেওঁ দেখোন আজি ভালেদিন এইফালে অহা নাই।"

—'অ' হয় নেকি ? বাৰু মই তেনে আহোঁ।"—বুলি আহিবৰ কোনো উদ্যোগ নকৰি অবাক হৈ চাই থাকিলো বিচনাখনত অযত্নেৰে পৰি থকা তাইৰ দেহটো। —"আও! যায়েইনে? যদি আজি অকলে আহি মোক কৃতাৰ্থ কৰিলে তেনে অকণমান পৰ বহি গলে সন্তোষ পাম।" তাতকৈ মিঠা মাত মাতিবৰ আৰু শক্তি কিজানি তাইৰ নাছিল। আগেয়ে গমেই পোৱা নাছিলো যে তাইৰ এটা সামান্য মিঠা অনুৰোধ ৰক্ষা নকৰিবৰ কাৰণে মোৰ মনত জোৰ নাই। জোৰ দি কলো—"মই যাওঁ নীহাৰ, মোৰ কাম আছে। মই অমলক বিচাৰিহে আহিছিলো।" ক'ব নোৱাৰো কথাষাৰ তাই শুনিলে নে নাই।— "বুজিলো, আপুনি মোক ঘিণ কৰে। নহ'লে অলপ সময় বহি এটা গান শুনি

যোৱাত আপোনাৰ কি আপত্তি থাকিব পাৰে।" বৰ কৰুণ সুৰেৰে তাই ক'লে।

তোমাক মই ঘিণ কৰিম বুলি কব খুজিও সাৱধানে থাকিলো। "মোৰ একো আপত্তি নাই নীহাৰ, পিচে মই সোনকালে যাব লাগিব।"

—"বেচ। বৰ সন্তোষ পালো—বহক তেন্তে।" পালেংখনৰ এদাঁতিলৈ আঁতৰি গৈ মোক আন দাঁতিত বহিবলৈ তাইৰ চকু দুটাৰে ইঙ্গিত দিলে। গোটেই দেহৰ তেজসোপা যেন মূৰৰ ওপৰলৈ উঠি আহিব ধৰিলে। কিছু দূৰত চকী এখন নিস্পন্দ হৈ পৰি আছিল। সিমানদূৰ খোজ কাঢ়ি গৈ বহিবলৈ মোৰ ভৰি দুখন অকৰ্মণ্য হৈ পৰিল। মাত্ৰ যেতিয়া আয়নাখনত নিজৰ ছবিতো দেখিলো তেতিয়াহে বুজিলো, মই নীৰবে কব নোৱাৰাকৈয়ে নীহাৰৰ পালেঙৰ এচুকত বহি পেলাইছো। বিচনাত এছৰাজখন পৰি আছিল, তাই হাতত তুলি ল'লে, কিন্তু গান গাবৰ কোনো চেষ্টা নকৰিলে। মাত্ৰ বুকুৰ মাজত এছৰাজখন সাৱটি ধৰি আচৰিতভাৱে মোৰ মুখলৈ চাই থাকিল যেন মইহে তাইক কিবা এটা শুনাব লাগে।

কাহানিও নীহাৰৰ দেহৰ ইমান ওচৰলৈ আহি পোৱা নাছিলো। দূৰৰ-পৰা নীহাৰৰ ৰূপ বহুত দিন দেখিছো, কিন্তু ইমান ওচৰৰপৰা তাইৰ গোটেই দেহৰ সামান্য ওথ-চাপৰ অকণৰো তাৰতম্য ইমান স্পষ্টভাৱে চোৱাৰ সুবিধা কাহানিও পোৱা নাছিলো। চাকিৰ নীলা বাল্বটো আগেয়ে তাত আছিল নে নাই ক'ব নোৱাৰো। নীলা পোহৰটোৱে তাইৰ সুসজ্জিত দেহৰ ওপৰত কম-নীয় বৰণ এটি সানি দিছিল। ডিঙিৰ মণিবোৰত, হাতৰ বালাবোৰত, সাজ-পৰিচ্ছদত, তাইৰ গাৰ ওলাই থকা শুদা ঠাইবোৰত নীলা আভা—যেন তাই চিৰকালেই তেনেকুৱা নীলা। নীলা পোহৰটো যেন তাইৰ গাৰপৰাহে ওলাই কমটোৰ আনবোৰ বস্তুত পৰিছে।

ইমান সুন্দৰ লাগিল তাইক। মূৰৰ চুলিৰপৰা ভৰিৰ তলুৱালৈকে তাই ধুনীয়া হৈ পৰিছে। উশাহ লওঁতে উঠা-নমা বুকুখনত, এছৰাজৰ ব'ডাল লৈ ব্যস্ত থকা হাত দুখনত, সঙ্কুচিত কৰি বহা ভৰি দুখনত, মোৰ ফালে চাই থকা তাইৰ মুখখনত আজি অতদিনে মোৰ চকুৰ আঁৰত ইমান ৰূপ লুকাই আছিলনে?

—::—

# ফুল আৰু জীৱন

আহ্মি কতদিনৰ আগৰ কথা—স্মৃতিৰ এচুকত কদো এটাৰ দৰে লুকাই থাকি আজিও মোক কামুৰি কষ্ট দিয়ে।

ঈদ সেইদিনা। মাণিকহঁতৰ ঘৰৰ সৰু সৰু ল'ৰা-ছোৱালী কেইটাই পদূলি মুখত উমলি আছিল। ৰঙা-নীলা চিঙ্কৰ চিক্‌মিকীয়া ঈদৰ কাপোৰ সিহঁতৰ গাত—মুখত হাঁহি আৰু আনন্দ। চোতালৰ ঘৰচিৰিকা চৰাই কেইটাৰ দৰে সিহঁতে চঞ্চলভাবে জপিয়াই ফুৰিছিল—যেন সিহঁতৰ মুকলি প্ৰাণৰ হাঁহি-ধেমালিৰ মাজেদি ঈদৰ আনন্দৰ অধীনৰ উচ্ছাস ফুটি উঠিছিল। ময়ো বাহিৰলৈ ওলাই আহিছিলো, মোৰ নিস্তব্ধ জগতখনৰ পৰা সিহঁতে মোকো সিহঁতৰ হাঁহিৰে উচ্ছ্বসিত জগতখনলৈ টানি উলিয়াই আনিছিল। মোৰ আগেদিয়েই আব্দুল, আনোৱাৰহঁতে জোতা-মোজা পিন্ধি ফিত্-ফাত হৈ মুখত এমোকোৰা হাঁহি লৈ চাইকেলত উঠি মোক মাত লগাই বাটেদি গুচি গ'ল। জাকে জাকে ল'ৰা-ছোৱালীবোৰে ৰমক-জমক পোছাক পিন্ধি মোৰ আগেদি অহা-যোৱা কৰিলে। মোৰ মনত হ'ল যেন দুনিয়াৰ কোনো এমূৰে এটা প্ৰকাণ্ড উৎসব চলিছে, যলৈ সিহঁত আহিছে গৈছে।

ঈদ সিহঁতৰ—সেইদেখি আনন্দ কৰিছে সিহঁতে, আমাৰ কি···। মই ভাবিছো।

"বিপিন ককাইদেউ!"

"অ' মানিক! কলৈ যাৱ? তোৰ দেখিছো ঈদ ভালকৈয়ে লাগিছে।" মই কলো।

"ওঁ, লাগিবতো—কিয় নেলাগিব। তোমালোকৰ গাত জানো বিহু নেলাগে।"

"বেচ বেচ, তইনো এতিয়া কলৈ যাৱ?" মই সুধিলো।

"তোমাৰ ওচৰলৈকে আহিলো ককাইটি, তোমাক আমাৰ ঈদৰ নিমন্ত্ৰণ জনাবলৈ। আমাৰ ঘৰলৈ আহিব লাগিব দেই, কোৱা খাবানে নাই?"

"হেৰ কি খুৱাবি কচোন বাৰু—পোলাও আছেনে নাই ?" হাঁহি মই সুধিলো। "সকলো আছে, যি খোৱা তাকে দিম ! তুমি নগলে কিন্তু বৌটিহঁতে বেয়া পাব। আজি কতদিনৰ মূৰকত ঘৰলৈ আহিছা, এটায়ে তোমাক চাব খুজিছে।"

"যাম বাৰু, তই যা। ঈদ মোবাৰক।" অলপ ভাবি মই কলো।

সি আনন্দ মনেৰে গুছি গ'ল। এৰা সিহঁত মানুহঘৰে মোক বৰ ভাল পায়। আজি বহুত দিনৰ মূৰত ঘৰলৈ আহিছো—সেই কাৰণে চাবলৈ মাতিছে দেহি। মই ভাবিলো। সৰুৰে পৰা সিহঁতৰ ওচৰতে ডাঙৰ-দীঘল হলো, সিহঁতৰ ঘৰৰ সকলোৰে লগত সদায় আপোন মানুহৰ দৰে ব্যৱহাৰ কৰি আহিছো, সিহঁতেও এতিয়া আগৰ দৰেই আদৰ-সাদৰ কৰে। এতিয়া অৱশ্যে মোৰ বয়স হ'ল, পঢ়া-শুনা শেষ কৰি কেইবছৰমানৰ পিছত ঘৰলৈ আহিছো—হয়তো এটা পাৰ্থক্য হৈছে, কিন্তু আজিও ঈদলৈ নিমন্ত্ৰণ কৰিছে। নিশ্চয় যাম, নগলে মানিকে বেয়া পাব, মাকে বেয়া পাব, ফুলে—অ' এৰা, ফুলেও বেয়া পাব কিজানি।

মানিকৰে সৈতে বহি কথা পাতি আছো, মাক সোমাই আহিল। একেবাৰে মোৰ কাষলৈ আহি চেনেহভৰা চাৱনি মোৰ মুখৰ ওপৰত ৰাখি ক'লে, "মইনা, তুমি ইমান ডাঙৰ হলা ! আই ঐ দেহি আজি কতদিন দেখা নাই। আগতকৈ শকত-আৱত হ'লা। পিছে ভাল নহয়নে মইনা—আমাৰ ঘৰলৈ চোন অহাই নাই তুমি।"

"পৰশুই হে ঘৰ পাইছোহি মাহীটি, আহিবৰ সময়কে পোৱা নাই।" মই কলো।

"এৰা—এৰা, নাহিবানো কিয়। পিছে মইনা ডাক্তৰী পাছ হলা নহয় ?" মাহীটিয়ে সুধিলে। মই হলো বুলি কলো। তেওঁ বৰ ৰং মনেৰে ক'লে, "হুক হুক, খোদাই তোমাৰ উন্নতি কৰিব। অ ফুল-ফুল, বিপিন মইনা আহিছে, আহচোন এইফালে।" তেওঁ ফুলক মাতিলে।

ময়ো ফুলক চাবলৈ বৰ উত্‌সুক হৈ আছিলো। সেই তেতিয়াই দেখা লচ্‌পচী ফুলজনী— এতিয়া চাগে দেখিবলৈ কেনেকুৱা হৈছে।

তাই ততালিকে নহা দেখি মাকে ক'লে,

"বুইছা মইনা—তাই এতিয়া গাভৰু হ'ল নহয়, অলপ লাজ কৰে। পিছে তোমাৰ আগত আকৌ কিহৰ লাজ। বাৰু মই পঠিয়াই দিওঁগৈ।"

মাক উঠি গ'ল। মানিক আগতেই উঠি গৈছিল। মই অকলে বহি ভাবিলো—গাভৰু হ'ল, লাজ কৰে, আজি প্ৰায় তিনি বছৰৰ আগতে দেখা সেই ধুনীয়া ছোৱালীজনী।

অলপ বেলিৰ পিছত প্লেট এখনত নানাবিধ জলপান লৈ ফুল সোমাই আহিল। মই তধা লাগি চাই থাকিলো তাইলৈ। ইমান ডাঙৰ—ইমান ধুনীয়া হৈ পৰিল তাই ইয়াৰ ভিতৰতে। তাইৰ মুখৰ পৰা দৃষ্টি আতঁৰাই লব নোৱাৰিলো; ক'বৰ মন গ'ল: ফুল তোৰ চকু দুটা কেতিয়াৰ পৰা ইমান ধুনীয়া হ'ল! তোৰ গোটেই দেহত সৌন্দৰ্যৰ এনে পয়োভৰ আগেয়েতো নাছিল। ক'ব নোৱাৰিলো।

মোৰ সমুখৰ টেবুলখনত প্লেটখন থৈ ফুলে ক'লে,

"কাহানি আহিলা ককাইদেউ—আমাৰ ঘৰলৈ দেখোন অহাই নাই।"

"মই পৰহিহে পাইছোহি, আহিবৰ সময়কে পোৱা নাই।

"এৰা আমাৰ ঘৰলৈ আহিবলৈনো ক'ত সময় পাবা—কিমানে চাগৈ বাটলৈ চাই আছে।"

ফুলে ক'লে আৰু লগে লগে তাইৰ গাল দুখন ৰঙা পৰিল। তাইৰ গাত ধুনীয়া সাজ-পোছাক। বাহিৰৰ সতে তাইৰ সম্পৰ্ক নাই যদিও আজি ঈদ বুলি তাই ঘৰৰ ভিতৰতে নিজকে নিজে সজাইছে। তাইৰ মনতো চাগৈ আজি কিমান আনন্দ কিমান উছাহ! ফাকুৱাৰ দিনা ৰং দিয়া মানুহৰ দৰে ঈদেও যেন আজি তাৰ ৰঙচুৱা হাতেৰে চুই চুই ফুলইঁতৰ মানুহবোৰৰ গাত নতুন ৰং দি ফুৰিছে। মোকো দেহি কিমান সাদৰেৰে সিহঁতে সাৱটি লৈছে। মই ভাবিলো।

"ফুল!" অতি মৰমেৰে মোৰ মুখৰপৰা মাতষাৰ ওলাল।

মোৰ বুকুৰ সকলো আবেগ অনুৰাগ যে তাতেই আছিল সেইটো তাই কেনেকৈ জানো মোৰ মুখলৈ চাই জানি পেলালে ক'ব নোৱাৰো।

অসমুৰকৈ তাই ক'লে, "খোৱা ককাইদেউ, আমি দুখীয়া মানুহ কিনো দিম।"

মেজৰ ওপৰৰ জলপানেৰে ভৰা প্লেটখনৰ পৰা লৈ তৃপ্তিৰে খাবলৈ আৰম্ভ কৰিলো। মাকে চাহ একাপ দি কলেহি, "খোৱা মইনা, আমি দুখীয়া বুলি ঘিণ নকৰিবা।"

'আপোনালোকে জানো মোক ঘিণ কৰে মাহীটি? আমাৰ সম্পৰ্ক মৰম-ভালপোৱাৰ, ধনী-দুখীয়া ঘিণ-ঘাণৰ কথা উঠিবই নোৱাৰে।"

ফুলৰ মুখত যেন ভালপোৱাৰ এটা চমক ফুটি উঠা দেখা পালো।....

পিচদিনা ফুলৰ সৰু ভায়েকটোৱে মোক কাগজৰ সৰু টোপোলা এটা দি গলহি। মেলি চাওঁ, চকুত ফুলতোলা এখন পাটৰ ৰুমাল। সৰু কাগজ এটুকুৰাত লিখা আছে—ঈদৰ উপহাৰ—ফুল।

...তাৰপিছত বহুদিন পাৰ হৈ গ'ল। মই এতিয়া এখন চৰকাৰী হস্পিতালৰ ডাক্তৰ। প্ৰবাসত থাকি ঘৰলৈ আহিবলৈ বৰ মন গৈছিল; বহাগৰ বিহুটোও আহিছিল কাষচাপি। এদিন হঠাত খবৰ পালো ফুলৰ টান নৰিয়া। চুটি লৈ ঘৰলৈ আহিলো।

ফুলক চাবলৈ গলো। অতিপাত জ্বৰত তাই প্ৰায় অচেতন। চকু মুদি বিচনাত পৰি আছিল। কোমলকৈ মাতিলো,

"ফুল!"

লাহেকৈ চকু মেলি মোক দেখি সুধিলে, "অ' ককাইদেউ! কেতিয়া আহিলা তুমি—ককাইদেউ?" তাইৰ কঁপা মাতত আবেগ—চকুত এক আনন্দৰ চমক।

আৰু চাৰিদিন গ'ল। বসন্তৰ দাগবোৰ তাইৰ কোমল শৰীৰত ফুটি ফুটি নিদাৰুণভাৱে ওলাবলৈ ধৰিলে। এনে ধুনীয়া ফুলজনী! তাইৰ মুখৰ আপচু দাগবোৰৰ দৰে নিৰ্মম একোটা আঁচোৰ যেন কোনোবাই মোৰ বুকুৰ ভিতৰতো মাৰি থৈ গ'ল।

মোৰ ডাক্তৰী বিদ্যা কামত নাহিল। তাইৰ চকু এটা বেয়া হ'ল। মাকে কান্দিলে, মানিকে কান্দিলে,ময়ো কান্দিলো—নীৰৱে দুনিয়াখনেই যেন কান্দিলে। চকু তাইৰ ভাল নহ'ল।

বিহু কেনিবাদি গ'ল, ছুটিও কাহানিবাই অন্ত পৰিল।···

"মই জানো আগৰ ফুল, বিপিন ককাইদেউ ?" পিছ চোতালত বহি এটা চকু কণা, মুখত বসন্তৰ কুৎসিত দাগেৰে কুৰূপা ফুলজনীয়ে মোলৈ চাই সুধিলে।

চোতালৰ এমূৰে এসোপা লেতেৰা জাবৰ পৰি আছিল। ফুল আৰু জাবৰ! আগেয়ে আছিল তাই মানুহে আগ্ৰহেৰে তুলি লোৱা ফুল— এতিয়া তাই হ'ল দলিয়াই পেলোৱা জাবৰ! প্ৰকৃতিৰ কি নিষ্ঠুৰ পৰিহাস।

"কি হ'ল—নিশ্চয় তুমি আগৰ নিচিনাই মোৰ ধুনীয়া ফুল।" বিমোৰত পৰি মই কৈ পেলালো। তাইৰ দুগালেদি বৈ অহা চকুপানীখিনি মাকে নেদেখাকৈ মোৰ মচি দিবৰ মন গ'ল।

"তুমি কেতিয়া যাবা ককাইদেউ ?" তাই সুধিলে। আৰু কেইদিন-মানৰ পিছতে যাম বুলি ক'লো।

"এৰা, তুমি সোনকালে যোৱাহে ভাল।" তাই ক'লে। কিয় তাই মোক তাইৰ ওচৰৰ পৰা আঁতৰাব খোজে তাক মুবুজিও যেন বুজিলো।

দিনবোৰ গৈ গৈ আজি আকৌ ঈদৰ দিন। আজি আছো মই— মোৰ হস্পিতাল আৰু কোৱাৰ্টাৰটো। আৰু এই প্ৰবাস। আজিও মনত পৰিছে সেই তাহানিখনৰ এটা ঈদৰ দিন—তাৰপিছত সেই ফুল আৰু জাবৰ। মোৰ মনত সেই ফুলপাহ আজিও ফুলি আছে।

—০০—

# জীৱনৰ বাটত

'কিমান নো আৰু পৰি থাক মা, অলপ উঠছোন, এতিয়া জানো আগতকৈ ভাল পোৱা নাই ?' কগ্না মাকৰ কাষত বহি বিমলে মাকৰ কপালত হাতখন থৈ সস্নেহে ক'লে। মাকে অলপপৰ থৰ লাগি পুতেকৰ মুখলৈ চাই থাকিল। বিষাদ আৰু উদ্বেগ সনা সেই মুখখনলৈ চাই থাকি মাকে হঠাতে অনুভৱ কৰিলে যে তেওঁ মৰিব নোখোজে—জগতৰ ভিতৰত তেওঁৰ আটাইতকৈ প্ৰিয় আটাইতকৈ আপোন তেওঁৰ একমাত্ৰ সন্তানটোক এই পৃথিৱীত অবলশৰীয়া কৰি এৰি থৈ যাব নোখোজে। তেওঁ হাঁহিবৰ চেষ্টা কৰি ক'লে :

'মই আজি বহুত ভাল পাইছোঁ, বাপু—তই একো চিন্তা নকৰিবি। আজি খোৱা-বোৱাৰ কি কৰিলি—আৰু অলপ দুৰ্ব্বলতাটো কমাহেঁতেন ময়ে দুটামান ৰান্ধি দিলোঁহেঁতেন……।'

'তই বাৰু মোৰ খোৱাৰ কাৰণে ব্যস্ত নহবিচোন, মইতো তোৰ দৰে দুৰ্বল হোৱা নাই। মিনাৰামক অলপ বাৰ্লি কৰিবলৈ কৈছোঁ—তই উঠি বহচোন—খাব লাগিব এতিয়া।'

'মই এতিয়া একোটো নেখাওঁ, মিনাইৰ হতুৱাই তোৰ কাৰণে দুটামান ভাতকে ৰন্ধা—কালি ৰাতিও খোৱা নাই নহয়।' মাকে আপত্তি কৰি ক'লে।

'তোলৈ মোৰ এই কাৰণেই খং উঠে, নেখালে জানো আৰু দুৰ্বল হৈ নেযাবি—মোক আৰু ভাত ৰান্ধি খুৱাবি তই! মই নিজে খোৱাৰ এটা দিহা কৰিছোঁ নহয়, মোৰ কাৰণে নো ভাবিছ কিয়'?'

মাকে উঠি বহিবৰ চেষ্টা কৰিলে, বিমলে সযতনে ধৰি বিচনাত বহুৱাই দিলে।

মাকে আৰু পুতেকে সুখৰ দুখৰ আৰু অনেক কথা পাতিলে। বিমলে সৰু ল'ৰাৰ দৰে মাকৰ ওচৰত নিজৰ বিষয়ে ডাঙৰ ডাঙৰ কথা ক'লে,

ভবিষ্যত জীৱনৰ এটা মোটামুটি প্লেন'ৰ আভাস দিলে, বেমাৰ ভাল হ'লে দুয়ো এদিন মাকণহঁতৰ ঘৰত ফুৰিবলৈ যোৱাৰ কথা ক'লে, পইচা হ'লে ঘৰটো কেনেভাবে সাজি লব তাক ক'লে, তেওঁলোকৰ যে চিৰকাল এনেকৈ দুখতে নেযায় তাক ঈশ্বৰৰ করুণাৰ উদাহৰণেৰে দৃঢ়ভাবে প্ৰমাণ কৰিলে। মাকে অনুভৱ কৰিলে তেওঁৰ পঁচিছ বছৰীয়া ডেকা ল'ৰাটো তেতিয়াও তেওঁৰ বুকুৰ আশ্ৰয়ত লুকাই থকা অকণমান পোনাটো।

ৰাতিপুৱা শুই উঠি বিমলে দেখিলে মাকৰ অসুখ ভাল হোৱা নাই, বেছিহে হৈছে। হতাশভাবে সি মাকৰ ওচৰত অলপ পৰ বহিল আৰু দুই চাৰি আষাৰ কথা ক'লে আৰু মাকক চিন্তা নকৰিবলৈ আৰু ব্যস্ত নহবলৈ অনুৰোধ কৰিলে।

তাৰ পিছত চাকৰ ল'ৰাটোক মাতি আনি চাহ-তাহ খাবলৈ যোগাৰ আছেনে নাই সুধিলে। সি ক'লে যে সকলো বস্তু কিনিলেহে হ'ব। মাকে খাবৰ কাৰণেও একো নাই। আকৌ অলপ পৰ সি হতাশভাবে মাকৰ ওচৰতে বহি থাকিল। সি বুজিলে মানুহে ৰাতিৰ গভীৰ এন্ধাৰত বাস্তৱতাৰ যিবোৰ ভয় লগা কুৎসিত প্ৰতিমূৰ্তি ঢাকি থয়, সেইবোৰে দিনৰ পোহৰত চাৰিওফালৰ পৰা আত্মপ্ৰকাশ কৰেহি। সি অনুভৱ কৰিলে পোহৰৰ কুৰূপে তাক মৰাৰ দৰে স্পন্দনহীন কৰি তুলিছে। তাৰ আত্মাত এন্ধাৰৰ কাৰণে এটা ব্যাকুল কান্দোন উঠিছে, আৰু তাৰ ভিতৰৰ পৰা পোহৰবোৰ সভয়ে বাহিৰলৈ ওলাই আহিছে।

অলপ পৰ চকু মুদি সি নিৰ্জীৱৰ দৰে বহি থাকিল। এবাৰ মাকৰ ফালে চালে। চকুদুটা মুদা, হয়তো অলপ তন্দ্ৰা আহিছে। যাতনা ক্লিষ্ট মুখখনত বাৰ্দ্ধক্যৰ দুই চাৰিটা ৰেখা স্পষ্টভাৱে ওলাই পৰিছে।

"কিমান দুখ যে মাৰ।' সি ভাবিলে ; 'মোৰ জন্মৰ পিছতে দেউতা মৰিল, আৰু তেতিয়াৰ পৰা মোক বুকুত বান্ধি আজিলৈকে কিমান কষ্টই যে মায়ে নসহিছে।'

....'দেউতা—পিতা।' সি ভাবিবৰ চেষ্টা কৰিলে ; সি আচৰিত হ'ল সেই দেউতাজন কেনেকুৱা হ'ব পাৰে। তাৰ অনুমান হ'ল যেন এটা

অস্পষ্ট, ধৰিব চুব নোৱাৰা ছায়া মূৰ্ত্তি, এটা ক'লা আকৃতি তাৰ পিতা যাক সি কেতিয়াও দেখা নাই আৰু নেদেখে। সি আচৰিত হ'ল সেই অশৰীৰী ছায়ামূৰ্ত্তিটোৱে তাৰ মাকৰ জীৱনৰ মাজৰ পৰা সেই তেতিয়াৰ পৰা আজিলৈকে কেনেকৈ অকণ অকণ কৈ সকলো সুখ সকলো শান্তি অপহৰণ কৰি নিব লাগিছে। বাপেকৰ ভাবত সি অকণো গৌৰৱ অনুভৱ নকৰিলে, কিবা এটা দুখ আৰু অশান্তিহে সি গম পালে।

হঠাৎ সি সচেতন হ'ল যে তাৰ মাকৰ এজন ডাক্তৰৰ প্ৰয়োজন, চিকিৎসাৰ প্ৰয়োজন। আৰু লগে লগে খোৱা-বোৱাৰো এটা ব্যৱস্থা কৰিব লগা হ'ল। বিমল লৰালৰিকৈ উঠিল আৰু ছুটকেছ এটা খুলি এটা মনিবেগ উলিয়াই ললে। কিমান পইছা আছে চাবলৈ সাহ নহল, জেপত সুমুৱাই থলে। তাৰ পিছত মাকৰ মুখলৈ এবাৰ নীৰৱে লক্ষ্য কৰি বাহিৰলৈ ওলাই গ'ল। সি গৈ গৈ নগৰৰ মাজ পালেগৈ, ঘৰৰ সমুখৰ চাইনবোৰ্ডখনলৈ তীব্ৰভাবে লক্ষ্য কৰি সি এজন ডাক্তৰৰ ঘৰৰ সমুখত থমকি ৰল, তাৰ গাৰ কাষেদিয়েই দুই এখন মটৰ গাড়ী আৰু মটৰ বাছ হৰ্ হৰ্ কৈ অহ-যোৱা কৰিলে, কিছুমান মানুহে ব্যস্ত ভাৱে তাৰ গাৰ কাষেদিয়েই গুচি গ'ল। সি আৰু অলপ পৰ সেইখিনিতে থিয় হৈ থাকিল, বগা লাইটৰ খুটাবোৰ, ডাঙৰ ঘৰবোৰ, দোকান-পোহাৰবোৰ আৰু ব্যস্ত মানুহবোৰ তাৰ চকুত পৰিল। সি আচৰিত হৈ ভাবিলে, সেই ব্যস্ত দুনিয়াখনৰ কোনোবাই ভাবিব পাৰিছেনে যে তাৰে এটা আন্ধাৰ চুকত পৰি থকা কেইখনমান মানুহৰ অন্তৰে চিঞৰি কান্দিব লাগিছে!

'নাই মা, আজি নহ'ল আৰু, এক পয়চাও নেপালোঁ. মিছাকৈয়ে ঘূৰি ফুৰিলো। কিন্তু নহ'ল বুলিয়েই আৰু চিৰকাল নহবনে? আমাৰো দিন আহিব মা। পিছে আজি খোৱা-বোৱাৰ কি হ'ল—আজি আৰু খোৱা বোৱা নহ'ব নহয় মা, বাৰু মোৰও ভোক নাই।' ভালেমান ৰাতি কৰি আহি বিমলে মাকক কলেহি। মাক তেতিয়ালৈকে তাৰ কাৰণে অপেক্ষা কৰি বহি আছিল।

অলপ পৰ বিমলৰ ক্লান্ত মুখখনলৈ চাই থাকি মাকে ক'লে; 'আজি

ভাত ৰান্ধিবলৈ একোৰে যোগাৰ নাই, মই বুঢ়া মানুহ নেখাইও থাকিব পাৰিম, কিন্তু তই দিনৰ দিনটো ঘূৰি ফুৰি আহি একোটো নোখোৱাকৈয়ে থাকিবিনে ?' অতি কষ্টেৰে তেওঁ হুমুনিয়াহটো চেপাদি ৰাখিলে।

'বুজিছু মা, মই দিনৰ দিনটো ঘূৰি ফুৰোঁতে বহুত ঠাইত কিবা কিবি খাই ফুৰিছোঁ, কিন্তু তই বেমাৰৰ পৰা উঠিছ, তই একোটো নোখোৱাকৈ থাকিলে কষ্ট পাবি। ই ক'লৈ গ'ল—মিনাৰাম; তাক ক'চোন মোক অলপ চাহকে কৰি দিয়ক।'

মাকে বহুত ঠাইত খাই ফুৰাটো বিশ্বাস কৰিব নোৱাৰিলে, নিজে চাহ কৰিবলৈ উঠি গ'ল। মাকে চাহ কৰি থাকোঁতে উঠি গৈ ওচৰতে বহি লৈ বিমলে ক'লে ;

'আচ্ছা মা, মই জীৱনৰ সকলো শাৰীৰিক আৰু মানসিক শক্তি দি সমাজৰ গোলামী কৰি দিব খুজিছোঁ, তথাপি সমাজে তোকে মোকে দুবেলা দুসাজ খাই জীয়াই থাকিবলৈ দিব নোৱাৰেনে ?'

'তই চিন্তা নকৰিবি বাপু, দিন সমানে কাৰো নেযায় ; ঈশ্বৰে কৰিলে তোৰো এদিন হ'ব।'

জীৱনৰ অভিনয় কৰি যায় মাকে পুতেকে। পুতেকৰ খাবলৈ নোপোৱা ট্ৰেজেডিক মাকে আশাৰ পোহৰেৰে আঁতৰাই ৰাখিবলৈ বিচাৰে। পুতেকৰ হিয়া বিদ্ৰোহ আৰু ব্যৰ্থতাৰে ভৰি পৰে।

'কিন্তু সমাজ, তয়ে ময়ে খাবলৈ নেপাই মৰি যোৱাৰ বাবে সমাজ যদি দায়ি নহয় তেনে সমাজ পাতিছোঁ কিয় ? কুকুৰৰ দলৰ দৰে নিজৰ মাজতে খোৱা-কামোৰা কৰি মৰা স্বাৰ্থপৰ সমাজখন আমাক লাগিছে কিয় ?'

'তই ইমানকৈ চিন্তা নকৰিবি বাপু, ঈশ্বৰে চকুমেলি চাব।

'হোঃ—ঈশ্বৰ !' সি ভাবিলে 'ঈশ্বৰৰ বাবে অশ্ৰদ্ধা হোৱাৰ বাবে হয়তো মাৰ মতে বিৰাট নৰকেই মোৰ ঠাই হ'ব, কিন্তু সমাজত কৈ সিও ভাল' সি মনে মনে ভাবিলে। মানুহে ঈশ্বৰৰ কাৰণে জীয়াই থাকিব নোখোজে, জীয়াই থাকিব খোজে নিজৰ কাৰণে। আজি খাবলৈ নেপাই লঘোনে থকাত মোৰ মাজেদি ঈশ্বৰৰ নিৰ্বুদ্ধিতাৰ বাহিৰে আন একো মহিমা

প্ৰকাশ পাব নোৱাৰে।'

তাৰ পিছত চাহ খাই সি শোৱা ঘৰলৈ গৈ ৰাস্তাৰ ফালৰ খিৰিকিখন খুলি দিলে। জোনৰ পোহৰত ৰাস্তাৰ বিপৰীত ফালৰ প্ৰকাণ্ড পকী ঘৰটো তাৰ চকুত পৰিল। শান্ত-নীৰৱ গহীন। সি ভীষণ ক্ষুধা অনুভৱ কৰিলে; সি অনুভৱ কৰিলে যেন সেই ঘৰটোৰ ভিতৰত প্ৰচুৰ খাবৰ সম্ভাৰ পৰি আছে। খিৰিকিখন মাৰি সি শুই থাকিল।

ৰাতি বিমলে ভাত খাইছিল। ওচৰতে বহি মাকে পৰিবেশন কৰিছিল। মাকৰ মুখলৈ চাই হঠাতে সি আবিষ্কাৰ কৰিলে যেন সেইদিনা তেওঁৰ মুখখন বৰ প্ৰফুল্লিত দেখা গৈছে। তেওঁৰ চকুৰ কোণত কিবা এটা আনন্দৰ ৰেখা জিলিকি উঠিছে। সি মাকৰ এই আনন্দৰ কাৰণ বিচাৰি নেপালে। কিন্তু ব্যৰ্থতাৰ ক'লা ডাৱৰে ঢাকি থোৱা জীৱনৰ মাজত বিজুলীৰ দৰে এই পোহৰৰ আকস্মিক আবিৰ্ভাৱটো তাৰ ভাল লাগিল। সি তৃপ্তিৰে খাবলৈ বহিল আৰু খাওঁতে মন কৰিলে যে সেইদিনা মাকে খাবৰ কাৰণে অনেক ভাল ভাল বস্তু তৈয়াৰ কৰিছে।

'মা আজি বহুত কিবা কিবি ৰান্ধিছ, খাই খুব ভাল লাগিছে।'

'এৰা মই বেমাৰ পৰিবৰ পৰা তই এসাজো ভালকৈ খাবলৈ পোৱা নাই। মাছৰ আঞ্জাখন ভাল হৈছেনে?

'ওঁ, খুব ভাল হৈছে। তইযে ইমান সোনকালে ভাল হলি তাৰ বাবে মই বৰ ভাল পাইছোঁ মা।'

ঈশ্বৰৰ অনুগ্ৰহ। কিন্তু তোৰ মনত আছেনে বাপু তই এদিন মোক মাৰুণহঁতৰ ঘৰলৈ লৈ যাম বুলিছিলি নহয়?' কথাষাৰ কৈ মাকে পুতেকৰ পুৰুষোচিত যৌৱন-উদ্দীপ্ত মুখখনলৈ চাই অৰ্থপূৰ্ণ ভাৱে হাঁহিলে। বিমলে বুজিলে কিয় মাকে আকৌ সেই পুৰণি কথাটো, মাৰুণৰ বিষয়ে কথা উলিয়াইছে। সি বৰ গহীন হ'বৰ চেষ্টা কৰি ক'লে,

'বাৰু মা, তই ভাব মই ঘৰ-সংসাৰ পাতিলেই তোৰ এই জনমৰ সকলো সাধ পূৰ হৈ যায় নহয়?'

'মাৰুণ জানো বেয়া ছোৱালী—ৰূপে-গুণে তাইৰ দৰে ছোৱালী খুব

কমেইহে আছে।’

‘নিশ্চয় ভাল ছোৱালী আৰু তোৰ পচন্দমতে মই বাৰু তাইকে বিয়া কৰিম। কিন্তু আগেয়ে খাবৰ কাৰণে যোগাৰ কৰি লবলৈ দে; কিছুমান টকা, এটা ভাল ঘৰ, এটা আলমাৰী, এখন আয়না ইত্যাদি কত ৰকমৰ বস্তু মোক লাগক নেলাগক তোৰ মাকণৰ কাৰণেতো লাগিব। ধন ঘটিবই লাগিব বুজিছ মা, আলিবাবাৰ দৰে হাবিৰ ধন বিচাৰি আনি হলেও মোৰ ধন হবই লাগিব। এদিন দেখিবি তোৰ বোৱাৰী মাকণ, টকা-পয়চা, হাতী বাগী, গাৰী-ঘোৰাৰে তোৰ এইখন ঘৰ ভৰি পৰিবহি!’

চিৰকাল তেনেকৈয়ে বালিৰ কাৰেং সাজি বিমলে তাৰ মাকৰ লৰামন-টোক ফুচুলিয়াই আহিছে, সেইদিনাও তাকে কৰিলে। মাকেও সকলো ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰি দি তাৰে সপোন দেখিলে।

‘মাকণ! দূৰ মাকণ···ক’ৰ মাকণ ক’ত মৰিল চাগৈ: বিমলে ভাত খাই নিজে নিজে ভাবিলে। তাৰ পেটে পেটে সঁচাকৈয়ে হাঁহি উঠিল। মাকণক বিয়া কৰিম, ঘৰ সাজিম, সংসাৰ পাতিম, কেতিয়াবা তাইৰ মূৰ কামুৰিব, কেতিয়াবা জ্বৰ হব, কেতিয়াবা মোৰ ওপৰত অভিমান কৰি ভাত নেখাই শুই থাকিব····· এয়ে জীৱন, এয়ে জীৱনৰ অৰ্থ আৰু মাৰ মতে এয়ে মোৰ জীৱনৰ চৰম লক্ষ্য হোৱা উচিত। কিন্তু আজি যদি তাৰ মাক নহলহেঁতেন, তাৰ নিজৰ বাহিৰে জগতৰ আন দ্বিতীয় এজনৰ কাৰণে ভাবিব লগা নহলহেঁতেন, তেতিয়া হয়তো অকলশৰে তাৰ এই জীৱনটোকে ভাল লাগিলহেঁতেন। এনেকৈ এসাজ খাই, এসাজ নেখাই যি ইচ্ছা তাকে কৰি জীৱনটো কপোৱা তুলা বতাহত উৰাদি উৰি যাবলৈ দিয়েই সাৰ্থকতা কিজানি উপলব্ধি কৰিলেহেঁতেন। কোনো ফালৰ পৰা অকণো আকৰ্ষণ নোহোৱাকৈ, নিজৰ জীয়াই থকাৰ বাবে খুচি মতে ভবা বা নভবাকৈ থাকিব পৰা হলে হয়তো সি কিমান মুক্তিৰ আৰাম পালেহেঁতেন!

কিন্তু তাৰ মাক! জীৱনৰ পৰা এখন্তেকলৈ বাদ দিব নোৱাৰা তাৰ আটাইতকৈ প্ৰিয় বস্তু মাক···। ভাবি ভাবি সি চক্ খাই উঠে।

ভীষণ ৰ’দত ভালেমান দূৰ ঘূৰি পকি আহি গছ এজোপাৰ তলৰ শীতল

ছাঁতে বিমল চাইকেলৰ পৰা নামিল, কিতাপ থকা বেগটো মাটিত থৈ গছৰ তলতে সি বহিল। তেতিয়াও ঘৰলৈ আৰু ভালেমান দূৰ। ৰাতিপুৱাৰ পৰা ঘূৰিও এখন কিতাপৰো কাৰণে সি সেইদিনা অৰ্ডাৰ নেপালে। সি বুজিলে মানুহে নেভাবে যে কিতাপ বেচি এজন মানুহে জীয়াই থাকিবৰ কাৰণে এটা উপায় বিচাৰে, সিহঁতে আগধৰি ভাবে কিতাপ সিহঁতৰ আৱশ্যক হবনে নহয়। মানুহে নেভাবে যে কিতাপ বেচি সি জীয়াই থাকিবলৈ বিচাৰে। কিতাপৰ কোম্পানী এখনৰ এজেন্ট, মানুহে প্ৰায়ে উপেক্ষা কৰে যেন কিতাপৰ আবৰণৰ তলত সি ভিক্ষা কৰিবলৈ আহিছে।

'উঃ আজি ইমান গৰম – ইমান ভাগৰ লাগিছে, হয়তো জ্বৰও হব পাৰে।' ৰুমালখনেৰে মুখৰ ঘামবোৰ মচি ভাবিলে।

···মৃত্যু যদি স্বাভাবিক নহয় আত্মহত্যা। সেই ভাবটোত সি শিয়ঁৰি উঠিল। সি অনুভৱ কৰিলে সেই ভাবটো তাৰ মনলৈ কিবা এটা নতুনতা, ৰহস্য আৰু কৌতূহলেৰে আবৃত হৈ অপ্ৰত্যাশিত ভাবে আহিছে।

এৰোটো নোহোৱা হৈ যোৱাটো, এই কিতাপৰ বেগটো, এই ৰ'দ, এই জগত, এই স্বাৰ্থপৰ সমাজখন, মনৰ অকণমান দৃঢ়তাৰ গুণে চিৰকাললৈ আপোন খুচিত এৰি থৈ যাব পৰাটো!' সি ভাবিলে, নতুন আৰু আচৰিত যেন লাগিল সেই ভাবটো।

"কিন্তু পাপ—স্বৰ্গ—নৰক, সেইবোৰ জানো সি মানে? হৰি নাম লৈ এই জনমটো দুখ-দৈন্যৰ মাজেদি চোঁচোৰাই নি পৰ জন্মত স্বৰ্গলাভৰ বাঞ্ছা কৰাতকৈ মূৰ্খামি জানো আৰু কিবা হ'ব পাৰে? যি সকলে সৰগৰ অভিনৱ কল্পনা কৰি থৈ গৈছে যি সকলে তাক মানি লৈছে সিহঁততকৈ ডাঙৰ পেচিমিষ্ট দুনিয়াত আৰু কোনো থাকিব পাৰেনে? এই সংসাৰত যি অকণো সুখ, অকণো শান্তি আবিষ্কাৰ কৰি লব নোৱাৰি পিচৰ জীৱনৰ কাৰণে জমা কৰি থৈ দিয়ে তাতকৈ দুৰ্ভগীয়া নিৰাশাবাদী আৰু কোনোবা থাকিব পাৰেনে?

'নহলে স্বৰ্গৰ কল্পনা কোনোবা স্বাৰ্থপৰ বুঢ়া মানুহৰ দিনৰ সপোন, স্বাৰ্থপৰতাৰ বুকুত সৃষ্টি হোৱা উদ্ভট কল্পনা। এই সংসাৰত যথেষ্ট উপভোগ

কৰি মোৰ আকলুৱা বুঢ়া মনটোৱে মৃত্যুৰ পিচত তাতোকৈ বেচি আশা কৰি নিজে পোৱা শান্ত্বনা।

'স্বৰ্গ নৰকৰ হিচাপ সি নকৰে, কিন্তু আত্মহত্যা, তাৰ জীৱনৰে পৰাজয় কাপুৰুষৰ দৰে সমাজৰ ওচৰৰ পৰা পলাই যোৱা। জীৱনৰ এই পৰাজয়ত সমাজৰ কাৰো অকণো ক্ষতি নহয়, কোনেও অকণো অনুভৱ নকৰে তথাপি নিজৰ ওপৰত নিজে অভিমান কৰি সি নিজক হত্যা কৰিবনে? সি পাব তাৰ বাবে মৰণৰ পিচতো সমাজৰ মৰ্ম্মন্তুদ পুতৌ। সি চিৰকাল জীব তথাপি তাক আনে পুতৌ কৰা সহিব নোৱাৰে। তাতকৈ এই এতিয়াৰ সমাজখন হত্যা কৰিব, খুন কৰিব নোৱাৰিবনে? মানুহক সমাজ লাগেনেকি; কিন্তু মানুহক সমাজ লাগে ভিতৰৰ অন্তৰৰ প্ৰাণৰ সমতাৰ কাৰণে। সৰু ডাঙৰ, ধনী-দুখীয়া, উচ্চ-নীচ, খাবলৈ পোৱা, খাবলৈ নোপোৱা, তলশ্ৰেণী ওপৰশ্ৰেণী বিভিন্নতাৰ কাৰণে সমাজৰ কোনো আৱশ্যক নাই। মানুহৰ মাজত প্ৰাণৰ সম্বন্ধ স্থাপনৰ কাৰণে মানুহৰ উন্নতিৰ কাৰণে এইখন সমাজ হত্যা কৰিব নোৱাৰিবনে?'

ভাবি ভাবি সি অনুভৱ কৰিলে প্ৰবল ক্ষুধা, ভোক। জীৱনৰ সকলো আশা সকলো আকাঙ্ক্ষাকে সি বুজাই আহিছে, কিন্তু বুজাব নোৱাৰে তাৰ পেটৰ অবুজন ভোকটোক। চাইকেলখনত উঠি সি আকৌ ঘৰৰ ফালে বাট ললে।

সৰু ঘৰ এটা। যত্ন আৰু মেৰামতৰ অভাৱত জীৰ্ণাৱস্থা; ভিতৰ ফালে তিনিটা সৰু কোঠা। তাৰে এটা কোঠাত বহি বিমলে বেচিবলৈ আনি থোৱা কিতাপ এখন পঢ়িছিল। অকস্মাতে এবাৰ কিতাপখন কোলাৰ ওপৰতে জপাই লৈ সি শূন্য দৃষ্টিৰে দূৰলৈ লক্ষ্য কৰিলে। বিৰাট আকাশখনত তাৰ চকু পৰিল; কতো অকণো মেঘ নোহোৱা সুনীলিম, কেৱল উত্তৰ ফালে কেইটুকুৰামান মেঘ ৰ'দৰ পোহৰত বৰফৰ দৰে বগা, গতিহীন। ওচৰে কিবা এজোপা গছৰ পাতৰ আঁৰত ডাৱৰবোৰ আধা লুকাই আছে। সৰ সৰ কৈ বতাহত কেতিয়াবা পাতবোৰ কঁপি উঠে। আটাইবোৰেই চিৰ প্ৰাচীন তথাপি তাৰ নতুন লাগিল, ভাল লাগিল। সি থৰ লাগি ভালেমান পৰ

চাই থাকিল। সি অনুভৱ কৰিলে যেন সেই মেঘ কেইটুকুৰাৰ পিচত এখন মেঘৰে বেলেগ দেশ আছে যলৈ যাবলৈ মানুহে কেতিয়াও চেষ্টা কৰা নাই, যত মানুহ নাই কেৱল ইয়াৰ দৰে মানুহৰ বুকুৰ কিছুমান আশা আনন্দ বতাহত উৰি ফুৰিছে, যত কেৱল সৌন্দৰ্য্য আৰু সত্যয়েই বিৰাজ কৰিছে। তাৰ মনটো গছৰ পাতৰ মাজেদি সৰকি তালৈ উৰি গ'ল।

কিবা এটা অনিৰ্ব্বচনীয় বুজাব নোৱাৰা আন্তৰিক উৎফুল্লতা সি অনুভৱ কৰিলে যেন তাৰ অন্তৰতম আত্মাও কিবা এটা আনন্দত পুলকিত হৈ উঠিছে।

সি একেফালেই চাই থাকিল, দৃষ্টি ঘূৰাই লবলৈ ভয় কৰিলে। চিৰকাল যেন সেইখিনিতে সি তেনেকৈ বহি সেই অৰ্থহীন গভীৰ আনন্দ উপভোগ কৰিব। কিছুপৰৰ কাৰণে সি নিজকে, জগতখনকে পাহৰি গ'ল। কিমান পৰ সি তেনেকৈ থাকিল কব নোৱাৰিলে—মাকৰ মাতত চমকি উঠি সি চালে মাকে তাৰ কাৰণে একাপ চাহ আনিছে। সি চাহ কাপ ললে, মাকক কোনো কথা সুধিবৰ ইচ্ছা নকৰিলে। মাক আঁতৰি গলত সি নিজৰ মাজলৈ আকৌ ঘূৰি আহিল। অতপৰে কিবা এটা তীব্ৰ আনন্দৰ আঘাতত মূৰ্চিত হৈ থাকি সি আকৌ জ্ঞান পালে। সি আকৌ আকাশলৈ চালে কিন্তু ভাল নালাগিল, আগৰ সেই পোহৰখিনি যেন তাৰ পৰা আঁতৰি পৰিল। সি বুজিলে সেই একেটা আনন্দকে সি আৰু দুনাই উপভোগ কৰিব নোৱাৰে। সি আচৰিত হ'ল, আনন্দৰ সেই ক্ষণস্থায়ী fitটো কি বস্তু তেওঁক কোনে বুজাই দিব, কোনে কব কৃত্ৰিম ভাবে তাক আনিব পাৰিনে নোৱাৰি।

তথাপি তাৰ মনত সেই অন্তৰ্হিত আনন্দৰ এটা কঁপনি তেতিয়াও লাগি থাকিল। সি অনুভৱ কৰিলে মানুহৰ দুখ বেদনাৰ মাজতো কেতিয়াবা দুই এটা ক্ষন্তেকীয়া আনন্দৰ মুহূৰ্ত্ত আহি পৰে, যিবোৰ চিৰ সত্য, বাহিৰৰ সকলো ৰং-ৰহণৰ পৰা মুক্ত, পবিত্ৰ আত্মাৰ নিজস্বতাৰ মাজত ওপজা আনন্দ। সি অনুভৱ কৰিলে সংসাৰৰ বৈষয়িক আৰু দৈহিক গ্লানিৰ গণ্ড-গোলৰ পৰা আঁতৰি গৈ আত্মাৰ নীৰৱতাৰ মাজত উপলব্ধি কৰিবলৈ তেনেকুৱা আনন্দৰ কিছুমান মুহূৰ্ত্ত কৰবাত মানুহৰ কাৰণে অপেক্ষা কৰিছে।

প্ৰফুল্ল মনেৰে সি চাহ কাপ খালে আৰু সমুখৰ আলিবাটটোলৈ মন কৰিলে, কিছুমান মানুহ, দুই এখন মটৰ, গাড়ী অহা-যোৱা কৰা দেখিলে। ৰাস্তাৰ কাষৰ ঘৰবোৰত আবেলি কোমল ৰ'দ পৰা দেখিলে। সেই বস্তুবোৰ, সেই মানুহবোৰ, বাহিৰা জগতখনৰ লগত সি বৰ আপোন আৰু বন্ধু যেন অনুভৱ কৰিলে। সি অনুভৱ কৰিলে যেন জগতখনত সি অকলশৰীয়া নহয়—ইয়াৰ মাজতে লগৰ বুলিবৰ, আপোন বুলিবৰ, ভাল পাবৰ আৰু আদৰ কৰিবৰ কত যে বস্তু আছে।

তাৰ আৰু কিছুপৰৰ পিচত সি কোট চোলাটো পিন্ধি নিজৰ অজ্ঞাতসাৰেই মাকণহঁতৰ ঘৰলৈ খোজ ললে। সি ভাবিব নোৱাৰিলে কিয় সি আহিছে, মাত্ৰ অতীতৰ কিছুমান স্মৃতিৰে, কিছুমান সামান্য কথাৰে মনটো পূৰ কৰি লৈ সি খোজ ললে। বাটত লগ পোৱা চিনাকি মানুহবোৰক তাৰ ভাল লাগিল।

আজি কত দিন যে সি মাকণহঁতৰ ঘৰলৈ অহা নাই, আজি সি কি বুলি তাৰ কৈফিয়ত দিব। মাকণ! তাইৰ চাগে আজি অতদিনৰ পিচত কিমান পৰিবৰ্ত্তন হৈছে। সেই যেতিয়া ৩।৪ বছৰ মানৰ আগতে মাকণক সি কিমান ভাল পাইছিল, কেইদিন যে সি তাইক চুমা খাইছিল—এদিন যে তাহাতঁৰ ঘৰলৈ যাওঁতে সি বৰষুণত একেবাৰেই তিতি গৈছিল, এদিন যে মাকণৰ চাদৰখন তাৰ চুৰটৰ জুয়ে পুৰিছিল তাৰ মনত পৰিল। তাৰ পিচত জীৱনৰ প্ৰতিকূল অৱস্থাৰ সোঁতত পৰি সি কেনেকৈ জীৱনৰ সেই অবাধ স্বচ্ছন্দ গতিৰ পৰা আঁতৰি আছিল, কেনেকৈ তাইৰ কাৰণে সি ভাবিব নোৱাৰা হ'ল—কেনেকৈ দুয়ো আঁতৰি পলাল! আজিও বাৰু সি তাইক সেই আগৰদৰে ভাল পায়নে—ভালপাব পাৰিবনে, সঁচাকৈয়ে তাইৰ মাজত আজিও তাৰ কাৰণে কিবা আনন্দ জীয়াই আছেনে! দুবেলা দুসাজ খাবৰ কাৰণে সংগ্ৰাম কৰি জুৰুলা হোৱা মানুহটো ··কিন্তু ৰবা, আজি সি অভাব অনাটনৰ কোনো আপত্তিয়েই শুনুনে। মানুহৰ খোৱাৰ সমস্যাবোৰৰ কথা অন্ততঃ আজি সি নেভাবে ; জীৱনৰ এৰাব নোৱাৰা গতিৰ পৰা আজি সি ছুটি লব। জীৱনৰ মাজৰ পৰা এটা দিন আজি মনে মনে চুৰ

কৰি লৈ সি উপভোগ কৰিব।

ভালেমান ৰাতি মাৰুণহঁতৰ ঘৰত হঠাতে ওলাই সি আটাইকে আচৰিত কৰি তুলিলে। আটাইকে মিছাকৈয়ে ব্যস্ত আৰু হায়ৰাণ কৰি পেলালে। অতদিন অহা নহা লৈ অদৰকাৰি অনেক কথা-বতৰা পাতিলে, মাৰুণে অতদিন নহাৰ বাবে অভিমান কৰি দেখুৱালে, মাকে কেনেকৈ বিমললৈ তেওঁৰ সদায় মনত পৰি থাকে কলে, দেউতাকে তেওঁৰ অফিচত সহকৰ্মী কেৰেনীজনৰ বিপদৰ কথাটো ক'লে ; সৰু ল'ৰা-ছোৱালী কেইটাই অবাক হৈ মুখলৈ চালে, চাকৰ ল'ৰাটোৱে বেচি ব্যস্ত হৈ দেখুৱাৰ চেষ্টা কৰিলে। বিমলে তাৰ মাজত নতুনত্ব একো নেপালে। সেই ভাহানিখনৰ দৰে তাৰ মাজতে নিজক মিলাই দিবলৈ সি চেষ্টা কৰিলে। আনন্দৰ সেই ক্ষণস্থায়ী আয়োজনৰ মাজত সি এটা ডাঙৰ ভাগ লৈ বহিল। মাৰুণৰ প্ৰতি সি আগৰ দৰেই অনুৰাগ প্ৰকাশ কৰিলে। আগৰ দৰেই তাইক ধুনীয়া দেখিলে, আগৰ দৰেই ভালপাবৰ চেষ্টা কৰিলে। সকলো ফালৰ পৰা পৰিপূৰ্ণ আনন্দৰ সেই বিৰাট আয়োজনৰ মাজত সি বলিয়াৰ দৰে আনন্দত চিঞৰি নাচি ফুৰিবৰ ইচ্ছা কৰিলে, মদৰ দৰে কিবা এটা boisterous আনন্দক ঢোকা ঢোকে পি মাতালৰ দৰে নিজক পাহৰি পেলাব খুজিলে। সেইদিনাৰ কাৰণে সি নিজৰ আগৰ self টোক হত্যা কৰি পেলাব খুজিলে।

সি আন্ধাৰ চুক এটাত মাৰুণক এবাৰ লগ ধৰি মনে মনে জোৰ কৰি চুমা এটা খাই কলে,

'বেয়া নেপাবা মাৰুণ জীৱনত এটাইবোৰ হেৰুৱাই পেলাইছোঁ—বাকী আছা তুমি।'

বহুত ৰাতি সিহঁতৰ ঘৰৰ পৰা ওলাই আহি বাহিৰৰ মুকলি বতাহত সি নতুনকৈ উশাহ ললে, গা শীতল হৈ আহিল। কিবা এটা হতাশাৰ ভাব, কিবা এটা কৰি শেষ কৰাৰ অৱসাদ তাৰ মনলৈ আহিল। সি অনুভৱ কৰিলে অতপৰে যেন সি এখন অভিনয় চাই আহিল, যত প্ৰধান ভূমিকাত নামি মাৰুণে তাৰ অন্তৰৰ যথেষ্ট অনুভূতি সজাগ কৰি তুলিলে।

লাহে লাহে সি আকৌ নিজৰ বিষয়ে সচেতন হৈ আহিল। সি অনুভৱ কৰিলে যেন মাকণৰ মাজতে অভিনয়ৰে কিবা এটা ফাঁকি থাকি গ'ল, সেই তাহানিখনৰ মাকণৰ পৰা যেন কিবা এটা মধুৰতা নোহোৱা হ'ল। সি বুজিলে পঁচিছ বছৰ বয়সতে আজি তাৰ আচৰিত ৰকমে পৰিবৰ্ত্তন হৈছে।

নিজৰ অন্তৰৰ আৰু ভিতৰলৈ সোমাই চাই সি দেখিলে, মাকণ, সিহঁতৰ ঘৰৰ মানুহবোৰ, সিহঁতৰ খোৱা-বোৱাৰ উচ্ছৃঙ্খলতা, জীৱনৰ বিষয়ে অকণো চেতনা নোহোৱা সিহঁতৰ সাধাৰণ মানুহৰ নিচিনা দৈনন্দিন জীৱনৰ আশা আনন্দবোৰ ভাল পাবলৈ তাৰ অন্তৰত এটা অবাধ প্ৰবৃত্তি সজাগ হৈ আছে। জীয়াই থাকিবৰ কাৰণে, জীৱনটোক উপভোগ কৰিবৰ কাৰণে জীৱনটোৰ বিষয়ে ইমান সচেতন নহৈ সাধাৰণ মানুহৰ দৰে বাচি থাকিবলৈ তাৰো অন্তৰত এটা উদ্দাম আগ্ৰহ আছে।

সি অনুভৱ কৰিলে আজি অতদিনে সি জীৱনৰ তুচ্ছ সুখ আনন্দবোৰ উপেক্ষা কৰি আহিছে, তাৰ নিজৰ ভিতৰত সাধাৰণ মানুহৰ ফালটো অৱজ্ঞা কৰি আহিছে। সি নিজে নহয় সমাজৰ অবিচাৰে মানুহৰ প্ৰতি মানুহৰ উদাসীনতাই তাৰ জীৱনৰ সাধাৰণ মানুহৰ স্বচ্ছন্দতাখিনি নষ্ট কৰি পেলাইছে। অথচ জীৱনটোক ইমান দুৰ্ব্বহ কৰি নুতুলি সহজ সৰল ভাবে কোনো প্ৰশ্ন আৰু সন্দেহৰ অৱকাশ নেৰাখি সামান্য পোৱা কণকে মোৰ বুলি সাবটি লৈ কটাই দিবৰ কাৰণে তাৰ অন্তৰত ডিজায়াৰৰ জুই জ্বলিছে।

শেহৰাতি আহি সি যেতিয়া ঘৰ সোমালহি সি দেখিলে যে তালৈ বাট চাই চাই থাকোঁতেই হঠাতে মাকৰ গভীৰ টোপনি আহিছে। সি বুজিলে খাই বৈ তাৰ পেট পূৰ হৈ আহিছে, কিন্তু মাকে খোৱা-বোৱাৰ একো চিন সি বিচাৰি নেপালে।

সি বুজিলে সেই চলন্তি জীৱনৰ মাজৰ পৰা সি ওলাই যাব নোৱাৰে। সি যাবৰ ইচ্ছা কৰিলেও বাহিৰৰ কিছুমান শক্তিৰ অত্যাচাৰত সি সেই একে ঠাইতে থাকি পচি মৰিব লাগিব।

তেতিয়া তাৰ হিয়াৰ পৰা আবেলিৰ সেই অনিৰ্ব্বচনীয় আনন্দৰ শেষ ৰেশ কণো লাহে লাহে নোহোৱা হৈছিল।

— x —

# ছিলঙৰ কেৰেণী

আবেলি অফিচৰ পৰা আহি ৰান্ধনীঘৰৰ কাঠৰ মজিয়াত মূঢ়া এটা পাৰি লৈ ৰত্নেশ্বৰ চাহ খাবলৈ বহিছিল। ঘৈণীয়েক লক্ষীয়ে ওচৰতে পীৰা এখনত দুবছৰীয়া ছোৱালীজনী বহুৱাই থৈ চিৰাৰ জলপান এটা সজাই গিৰিয়েকৰ ফালে বাতিটো আগবঢ়াই দিলে।

নবেম্বৰ মাহৰ ছিলঙৰ জাৰত দিনৰ দিনটো আৰ্জেণ্ট ফাইল 'ডিল' কৰি আহি এৱাঁ গাখীৰ টোপাৰ ওপৰত ঠেৰেঙা লাগি থকা চিৰা কেইটালৈ চাই ৰত্নেশ্বৰে বিৰক্তিৰে ক'লে :

"ইমান জাৰত সদায় এই চিৰাসোপানো কিমান খাবাহে।"

"মইনো আকৌ ক'ৰ পৰা লুচি-ভাজি, কেক-মিঠাই উলিয়াই থাকিম। আপুনি যোগাৰ কৰি দিলেহে কৰি খুৱাব পাৰো। পৰশুই আটা এসেৰ আনিছিল টুকাল।" গিৰিয়েকৰ বিৰক্তিব্যঞ্জক মুখৰ ভাবলৈ লক্ষ্য কৰি অনাহকত তাইৰ ওপৰতে অসন্তোষ কৰিছে বুলি ভাবি অলপ কৰ্কশ সুৰে লক্ষীয়ে ক'লে।

"মইতো তোমাক লুচি ভাজি, কেক-মিঠাই গোটাই থবলৈ কোৱা নাই। খাবলৈ ভাল নালাগে দেখিহে কৈছো। ক'ক'জেম অকণমান দি চিৰাকেইটা ভাজি থোৱা হলেও খাবলৈ ভাল লাগিলহেঁতেন।" চিৰা এচামুচ মুখত সুমাই ৰত্নেশ্বৰে ক'লে।

"ক'ক'জেমৰ টিঙটোও টুকাল, নহলে জানো মই আগেয়ে ভাজি নথওঁ।"

"টুকাল যদি আৰু কি কৰিবা। আজি ৰেচনকাৰ্ডটো দিবাচোন আটা, ময়দা কিবা পাওঁনে বিচাৰি যাব লাগিব। কিমাননো আৰু সদায় ৰেছন বিচাৰি ফুৰিবা; অফিচ কৰি, ৰেছন বিচাৰি ফুৰোতেই জীৱনটো গ'ল দেখিছো।"

"আজি ছোৱালীজনীৰ জলপানৰ টিঙটোও শেষ হ'ল। এটা আনিব লাগিব।" মাহৰ শেষত টুকাই অহা বস্তুবোৰলৈ মনত পেলাই লক্ষীয়ে ক'লে।

একান্তমনে বাতি এটাৰ পৰা দুই এটাকৈ চিৰা বুটলি খাই থকা ছোৱালীজনীৰ মূৰত হাত ফুৰাই ৰত্নেশ্বৰে স্নেহেৰে ক'লে :

"এই ছোৱালীজনীৰ কি হৈছে ? দিনে দিনে দেখোন শুকাইহে গৈছে।"

"এৰা ছোৱালীজনীয়ে দেখোন গা কৰিব নোৱাৰা হ'ল, আজি তাইৰ গাটোও তপত যেন পাইছো, জ্বৰ-চৰেই উঠে নেকি ?"

কেটলিটোত চাহপাত দুটামান দি, জুইকুৰা ফুৰাই লক্ষীয়ে ক'লে।

"এই গাখীৰ খাবলৈও ইচ্ছা নকৰে দেখোন। তাইৰ কাৰণে গ্লেক্স'ৰ টিং এটাকে আনিবচোন। শহুকীযাই চাহাবৰ ছোৱালীজনী সদায় গ্লেক্স' খুৱায়। এনে শকত-আৱত হৈছে ছোৱালীজনী।"

"এইক ভীমকল খুৱাবাহে ভীমকল ল'ৰা-ছোৱালীৰ কাৰণে ভাল ; খালে শকত হয়।" তেওঁ বিশ্বাসেৰে ক'লে।

গিৰিয়েকৰ কথাত দুখ পাই লক্ষীয়ে ক'লে :

"আও। গ্লেক্স' আনিলে পয়চা খৰছ হোৱাৰ ভয়ত আপুনি তাইক ভীমকল খুৱাবলৈ ক'ব নেলাগে। মই ইমান জাৰত ভীমকল খুৱাই তাইক মাৰিব নোৱাৰো।"

লক্ষীৰ কথাৰ সুৰত ৰত্নেশ্বৰৰ খং উঠিছিল। কিন্তু খং কৰাতকৈ তাইৰ ভুলটো ভাঙিব পৰাই ভাল হ'ব বুলি ভাবি গহীন হৈ ক'লে :

"মই গ্লেক্স' আনিলে পয়চা খৰছ হোৱাৰ ভয়ত ভীমকল খুৱাবলৈ কোৱা নাছিলো বুইছা ! আজি অফিচত 'ফুড এণ্ড নুট্ৰিচন" বোলা কিতাপ এখনত দেখিলো বহুত ফলমূলৰ গুণাগুণ দিয়া আছে। কলত বোলে ভিটামিন, প্ৰোটিন আদি বহুত ভাল বস্তু আছে। আমাৰ গাৱঁৰ ল'ৰা-ছোৱালীবোৰক দেখোন ভীমকল খুৱায়েই ডাঙৰ কৰে।"

গিৰিয়েকৰ কথাৰ আন্তৰিকতা দেখি লক্ষীয়ে নিজৰ ভুল বুজিব পাৰি অনুতাপ কৰি ক'লে :

"বাৰু আপুনি ভাল বুলি কৈছে যেতিয়া ভীমকলকে খুৱাই চামচোন।"

এনেতে ক'ৰবাত উমলি থকাৰ পৰা লৰি আহি তেওঁলোকৰ ৫ বছৰ বয়সীয়া ল'ৰা দীপে বাপেকৰ ওচৰলৈ আহি ক'লে :

"দেতা! দেতা! মোক মণ্টুৰ নিচিনা তিনিচকাৰ চাইকুল কেতিয়া আনি দিবা? আজি আনি দিব লাগিব; নহলে মই নপঢ়ো।"

বাপেকে সস্নেহে তাৰ ল'ৰালি আগ্ৰহভৰা কোমল মুখখনলৈ চাই ক'লে:

'তেনেকুৱা চাইকুলৰ বৰ দাম অ' দীপু! তোক তেনেকুৱা চাইকুল আনি দিবলৈ মোৰ পইচা নাই নহয়! বুইছ।'

"ইঃ আছে পয়চা—দিব লাগিব। মণ্টুক দেখোন আনি দিছে! মোকো তুমি আনি দিব লাগিব।" দীপে অনুনয় কৰি ক'লে।

"মণ্টুৰ বাপেক অফিচৰ চ'হাব; বহুত পয়চা আছে। চাইকুল, মটৰ, হাতী, ঘোঁৰা যিহকে খুচি কিনিব পাৰে; তোৰ বাপেৰ অফিছৰ কেৰেণী, ক'কাজম খাবলৈও পয়চাই নাটে বুইছ।" দীপক উদ্দেশ্য কৰি ৰত্নেশ্বৰে কথাখিনি নিজকে ক'লে।

"ইঃ—মই নাই বুজা। মোক পুলিচ বজাৰৰ পৰা তুমি চাইকুল আনি দিবই লাগিব।" দীপে নিজৰ অভাৱ, অভিযোগ আপত্তিবোৰ কৈ গ'ল।

লক্ষীয়ে চাহ একাপ আগবঢ়াই দি ক'লে: "তেওঁলোকৰ ঘৰৰ মণ্টুৰ নতুন চাইকুলখন দেখিবৰ পৰা ল'ৰাটো বলিয়া হোৱাদি হ'ল। আপুনি অফিচলৈ ওলাই গলেই চাইকুলত উঠোগৈ বুলি সি দৌৰ মাৰে। পিচে তেওঁলোকৰ ল'ৰাই তাক মাৰেহে।"

ৰত্নেশ্বৰে প্ৰথমে বিশ্বাস নকৰাৰ দৰে সুধিলে। 'মাৰে?'

'ওঁ! মোক মাৰেতো দেতা! মই মণ্টুৰ চাইকুলখনত উঠিছিলো, মোক চৰ মাৰি দিলে?'

কথাষাৰ শুনি দুখ আৰু খঙেৰে তেওঁৰ মনটো ভৰি পৰিল।

'সি নজনা ল'ৰা; ল'ৰাই ল'ৰাৰ বস্তু দেখি যেনিবা যায়েই, সেই বুলি আৰু মাৰিব লাগেনে?' লক্ষীয়ে ক'লে।

"ইয়াক তেওঁলোকৰ ঘৰলৈ যাবলৈ নিদিবা বুইছা। গিৰিয়েকে ক'লে; আৰু অযথা ল'ৰাটোৰ ওপৰত খং দেখুৱাই তাক উদ্দেশ্য কৰি ক'লে; 'তই চৰ খাবলৈ মণ্টুহঁতৰ ঘৰলৈ নেযাবি; আজিৰ পৰা গলে মই তোৰ ঠেং ভাঙিম।"

ইতিমধ্যে দীপে বাপেকে খাই এৰা বাতিটোৰ চিৰাখিনি লৈ ভণীয়েকৰ লগত টনা আজোঁৰা কৰি দুয়োটাই চিঞৰ-বাখৰ লগালে। লক্ষীয়ে দীপক ঢকা এটা মাৰি, ছোৱালীজনীক আঁতৰাই আনি ক'লে :

'ইয়াক মই নোৱাৰো বুইছেনে ? ইয়াক বান্ধি থলেহে হব।'

ঢকাতোত বিশেষ দুখ নোপোৱাত সি মাকৰ ওচৰৰ পৰা আঁতৰি গৈ বাপেকৰ ডিঙিত সাৱটি ধৰি শৈশৱৰ অসংলগ্ন কথাৰে হঠাতে সুধিলে :

"দেতা ! তুমি চাহাব নোহোৱা নেকি ? চাহাব হলে বহুত পয়ছা পাবা নহয় !"

দীপৰ কথাবাৰ শুনি ৰত্নেশ্বৰৰ হাঁহি উঠিল।

*         *         *

তেতিয়া সন্ধিয়া ভাগিছিল। বাটৰ কাষৰ লাইটবোৰ জ্বলিছিল। চাহ খাই উঠি ৰত্নেশ্বৰে বজাৰ কৰা মোনাতো লৈ লাবান বজাৰৰ ফালে ওলাই গ'ল। বজাৰৰ কাষৰ ৰাস্তাৰ এদাঁতিত চেক্ৰেটেৰীয়েটৰ এচিটেণ্ট, বৰুৱা, দাস, হাজৰিকা, আহম্‌দ আদি কেইজনমানে গোট খাই কিবা এটা তপত আলোচনাত ব্যস্ত আছিল। অলপ নিলগৰ পৰা তেওঁলোকৰ দুই এটা কথা কাণত পৰাত ৰত্নেশ্বৰ ওচৰ চাপি গৈ সুধিলে 'কি হ'ল বৰুৱা ? কিহৰ এলাৱেঞ্চৰ কথা পাতিছে ?'

'অ' আপুনি হবলা ক'বই নোৱাৰে ?' ফাইনেঞ্চৰ আপাৰ ডিভিজন এচিষ্টেণ্ট বৰুৱাই ক'লে, 'উইণ্টাৰ এলাৱেঞ্চ, উইণ্টাৰ এলাৱেঞ্চ, টেন্ পাৰ-চেণ্টকৈ দিছে।'

'তেনে সঁচাকৈয়ে এলাৱেঞ্চ দিছেনে কি ?' সহজে কথাবাৰ বিশ্বাস কৰিব নোৱাৰাৰ সুৰেৰে ৰত্নেশ্বৰে সুধিলে।

'এঃ আপুনিনো ক'ত আছে।' আহমদে ক'লে, 'আজি ফাইলত অৰ্ডাৰ চহী হৈ আহিল।'

'এ হয়নেকি ! বেচ ভাল কথা। পিচে কেতিয়াৰ পৰা দিবনো ?

'এই মাহৰ পৰাই।' দাসে ক'লে, নবেম্বৰৰ পৰা মাৰ্চলৈকে ৫ মাহ। তাৰ পিচতো আৰু দুই-চাৰিজনৰ মুখত শুনি যেতিয়া কথাটো নিশ্চিত

বুলি জানিলে, তেতিয়া তেওঁ বাহিৰে বাহিৰে পুলিচ বজাৰলৈ গ'ল আৰু সেই মাহত পাবলগীয়া উইণ্টাৰ এলাৱেঞ্চৰ পইচা কেইটা হিচাপত ধৰি ছোৱালীজনীৰ কাৰণে এটা গ্লেক্সৰ টিং আৰু এটা প্লাচটিকৰ জুনুকা আৰু দীপৰ কাৰণে টিঙৰ হুইচেল এটা চিনাকি দোকান এখনৰ পৰা বাকী কৈ লৈ লাবান বজাৰলৈ ঘূৰি আহিল।

মাছৰ বজাৰৰ পোহাৰী এজনীৰ ওচৰত লৱাৰ ডিভিজন এচিষ্টেণ্ট হাজৰিকাক বৈ থকা দেখি ৰত্নেশ্বৰে সুধিলে :

"পিচে হাজৰিকা! ৰৌ, বাহু কিবা বলে পাৰিছেগৈনে!"

"এ কি ৰৌ বাহু ডাঙিব ডাঙৰীয়া!" হাজৰিকাই ক'লে; "মাছ এপোৱা লবলৈকে পোহাৰীৰ ওচৰে ওচৰে চাই ফুৰিছো। কিন্তু সৌৱা চকচোন, ডঙাই গোটৰৌ গোটে গোটে ডাঙিছে।"

"এৰা মইও আজি কিবা এটা ডাঙো বুলি ভাবিছো। উইণ্টাৰ এলাৱেঞ্চৰ নামত এসাজ ভালকৈ খাই লওঁ।"

"পিচে উইণ্টাৰ এলাৱেঞ্চৰ এতিয়া মাছকে খাইনে! গৰম কাপোৰকে লয়নে! যোৱা মাহৰ ধাৰকে মাৰে? পাব বাৰ টকিহে হবলা?"

"বাৰ টকাৰে ধাৰো নমৰে, কাপোৰো নেপাওঁ, গতিকে ভাত এসাজকে ভালকৈ খাই লওঁ বুলিছো।"

"এৰা ঠিকেই কৈছে। খোৱাহে কথা। এদিন ভালকৈ খালে দুদিনলৈ তেওঁ গাটো গৰম হৈ থাকিব। পিচে ডাঙৰীয়া টিকট লোৱাৰ কি কৰিলে?"

"এৰা হয়। এটা লব লাগিব।"

হাজৰিকাই জেপৰ পৰা ডাৰ্বি চুইপষ্টেকৰ বহী এটা উলিয়াই ক'লে :

'টিকটটো তেনে লৈয়ে যাওক। বহীতো মোৰ লগতে আছে। টকা সাতোটা দৰমহা পালেই দিব।'

তাৰ পিচত ডাৰ্বি চুইপষ্টেকৰ টিকট এটা আৰু বাকী কৈ ৰৌ মাছৰ মূৰ এটা লৈ ৰত্নেশ্বৰ ঘৰলৈ ঘূৰিল। ঘৰলৈ আহি বজাৰৰ টোপোলাটো থৈ সন্তোষৰ হাঁহি এটা মুখত লৈ ঘৈণীয়েকক মাতি ক'লে :

"হেৰা লক্ষী, শুনাচোন এটা কথা।"

লক্ষীয়ে গিৰিয়েকৰ মুখত সেই অকাৰণ হাঁহিটো দেখি কৌতূহলেৰে সুধিলে :

"কি হ'ল, বৰচোন ফূৰ্ত্তি দেখিছো ?"

কিবা এটা আপুৰুগীয়া বস্তুৰ দৰে জেপৰ পৰা চুইপষ্টেকৰ টিকটতো উলিয়াই দেখুৱাই তেওঁ ক'লে :

"দেখিছা ! এইবেলি বুইছা, কপালত থাকিলে একলাখ বা দুইলাখ মান আহিব।"

লক্ষীয়ে প্ৰথমে একো বুজিব নোৱাৰি ক'লে :

"সেইটোনো কি ! কি একলাখ, দুইলাখ অহাৰ কথা কৈছে ?"

"টিকট—ডাৰ্বি চুইপৰ টিকট। মই তোমাক কৈছিলো নহয়, টিকট এটা লোৱাৰ কথা।" সাৱধানে টিকটটো জাপি তাইৰ ফালে আগবঢ়াই দি, তাইৰ বগা শেঁতা ডিঙিত বাপেকে দিয়া লাহি সোণৰ চেইনডালৰ ফালে চাই ৰত্নেশ্বৰে ক'লে ; "ছোৱা এইটো ভালকৈ থৈ দিয়া কৰবাত হেৰাব আকৌ। কাৰ কপাল কেতিয়া মুকলি হয় তাক কোনে জানে ? শইকীয়া-নীয়ে পিন্ধা নেক্‌লেচ ডালৰ নিচিনা তুমি কিজানি দুডালো পিন্ধিবলৈ পোৱা, তাক কোনে জানে ?"

লক্ষীয়ে হাতৰ মুঠিত টিকটটো লৈ ক'লে :

"ইঃ থৈ দিয়ক। আপুনি জুৱাখেলত জিকি ( লক্ষীয়ে চুইপষ্টেক, লটাৰী আদিৰ টিকটবোৰ জুৱাখেলৰ টিকট বুলি কয় ) লাখ লাখ টকা ঘটিব আৰু মোক নেক্‌লেচ পিন্ধাব—মোৰ আগত নক'ব বুইছেনে ?"

"তেনেকৈ নকবাহে।" ৰত্নেশ্বৰে হাঁহিয়ে ক'লে :—"ভাগ্যত থাকিলে সকলো হ'ব পাৰে।"

"আমাৰ আৰু ইমান ভাগ্যনে ?" লক্ষীয়ে নিৰাশাৰ ভাব এটা লৈ গোৰগোৰাই ক'লে ; "কিন্তু আপুনি এই জুৱাখেলৰ টিকটবোৰ কিনি কিয় মিছাতে পয়চা খৰচ কৰে ?"

"আশাত—আশাত। বুইছা লক্ষী মোৰ কাৰণে ধন ঘটাৰ মাত্ৰ দুটা সহজ উপায় আছে; হয় জুৱা খেলি নহয় বাটিত হেৰা পায়।"

ইতিমধ্যে লক্ষীয়ে বজাৰৰ মোনাটোৰ বস্তুবোৰ উলিয়াই গ্লেক্স'ৰ টিংটো দেখি সুধিলে :"

"গ্লেক্স' আনিলে দেখোন ?"

"আনিলো আৰু। নহলে তোমাৰ মনত এটা দুখ থাকি গ'লহেঁতেন। আৰু বুইছা ! উইণ্টাৰ এলাৱেঞ্চৰ কথা যে কৈছিলো, এই মাহৰ পৰা পাম বোলে। এইবেলি বাৰ টকামান ৰূপ বেছিকৈ পাম ; তাৰেই যেনিবা তাইৰ কাৰণে জলপানৰ টিংটো অনিলো।" * *

ভিতৰৰ কোঠাটোৰ বিচনাৰ ওপৰত দীপ আৰু ভনীয়েক চিঞৰি-বাখৰি, নাচি জপিয়াই ধেমালি কৰি আছিল। বাপেকক সোমাই যোৱা দেখি হাৰেই নামি আহি বাপেকৰ ওচৰ পালেহি। তেওঁ প্ৰথমে জেপৰ পৰা জুনুকাটো উলিয়াই ছোৱালীজনীক দিলে। তাই জুনুকাটো পাই আনন্দত চিঞৰি ক'লে :

"বা-বা দেতাই মোক দিথে।"

"মোলৈ কি আনিছা ?" দীপে সুধিলে।

তেওঁ জেপৰ পৰা হুইচেলতো উলিয়াই দীঘলীয়াকৈ এবাৰ বজাই তাৰ ফালে আগবঢ়াই দি ক'লে :—

"কি সুন্দৰ নহয় ?"

ক্ষন্তেকপৰৰ কাৰণে ল'ৰাটোৰ আনন্দভৰা কোমল মুখখনত কিবা এটা বেজাৰৰ ভাৱ চমকি গ'ল ; সি লওঁ নলওঁ কৈ হাতখন মেলি হুইচেলটো লৈ সুধিলে :

"দেতা ! মোলৈ চাইকুল নানিলা ?"

চুইপষ্টেকৰ টিকটটোৰ কথা ৰত্নেশ্বৰে তেতিয়াও ভাবি আছিল। ল'ৰাটোৰ বিষাদ-মলিন মুখখনলৈ চাই তেওঁ তাক উৎসাহ দিবৰ মনেৰে ক'লে :

"দিম বাপু ! মোৰ পয়চা হলে মই তোক মণ্টুৰ নিচিনা চাইকুল আনি দিম আৰু চাবি দিলে ঘৰ-ঘৰ কৰে চলি যোৱা সৰু মটৰগাড়ী এখনো আনি দিম।' দীপৰ চকুৱেমুখে আকৌ নিৰ্ম্মল আনন্দৰ উচ্ছাস ফুটি উঠিল। সি জপিয়াই চিঞৰিবলৈ ধৰিলে।

"মোক চাইকুল আনি দিব—মটৰ আনি দিব ··"

সেইদিনা ৰাতি গিৰিয়েকক টোপনিৰ পৰা জগাই, লক্ষীয়ে মাতিলে :

"হেৰি উঠকচোন, উঠক।"

"কি হ'ল ?" চক্‌মক্ কৰে সাৰ পাই ৰত্নেশ্বৰে সুধিলে।

"উঠকচোন, ছোৱালীজনীৰ দেখোন হঠাতে বৰ জ্বৰ উঠিল।"

ৰত্নেশ্বৰ উঠি তাইৰ গাত হাত দি উত্তাপে তাইৰ শৰীৰটো পুৰি নিয়া যেন অনুভৱ কৰিলে। ৰাতি শেষচোৱা উদ্বিগ্ন স্বামী-স্ত্ৰীৰ টোপনি নাহিল। পুৱা শুই উঠিও ছোৱালীজনীৰ জ্বৰ অলপো নকমা দেখি, তেওঁ লৰালৰিকৈ চাহ এটোপা খাই হোমিওপ্যাথি ডাক্তৰক বিচাৰি গ'ল। দৰব কেইপালি-মান লৈ তেওঁ যেতিয়া ঘৰ পালেহি তেতিয়া প্ৰায় ১০ বাজিছিল। লৰা-লৰিকৈ গা-ধুই ভাতৰ পাতত বহি গিলিবলৈ আৰম্ভ কৰিলে। খৰধৰকৈ খোৱা দেখি লক্ষীয়ে ক'লে :

"অলপ লাহে-ধীৰে খাওকচোন নাকে মুখেনো কিয় গিলিছে।"

এঃ আজি অফিচলৈ যোৱা বহুত দেৰি হ'ল দেও ; নতুন চাহাবটোৱে আকৌ অলপ দেৰি হলেই ৱাৰ্ণিং কৰে। আজি নেযাওঁ বুলিয়েই ভাবি-ছিলো ; কিন্তু অফিচত কেইটামান আৰ্জ্জেণ্ট কাম আছে ; নগলেই নহয়।'

'সদায় দেখোন নিয়ম মতেই গৈ আছে, এদিন টানে-আপদে অলপ পলমকৈ গলে চৰকাৰখন আৰু নচলিবনে ?' লক্ষীয়ে বিৰক্তিৰে ক'লে।

'কিন্তু সেইটো বুজে কোনে ? পঙচুৱেলিটিৰ অকণো হেৰফেৰ হ'ব নোৱাৰে।'

'এনেও দেৰি,—তেনেও দেৰি। ভাত দেখোন একেবাৰেই নুচুলে।' শুদা ভাত আপুনি কি খাব।' তাৰ পিচত কিবা এটা ভাবি তাই সুধিলে ; 'আপোনালোকৰ চাহাবজন অফিচলৈ সদায় নিয়মমতে আহেনে কি ?'

'সেইটো তেওঁৰ ইচ্ছাৰ কথা' ৰত্নেশ্বৰে ক'লে, কেতিয়াবা আহে, আকৌ কেতিয়াবা দেৰিও হয়। কিন্তু আমাৰ নিচিনা কেৰাণীবোৰ ঘড়ীৰ কাটাই কাটাই হাজিৰ হ'ব লাগে। আৰু চাহাবৰ গা-মূৰ বেয়া লাগিলে অফিচলৈ নাহে ; ফাইলবোৰ ঘৰলৈ পঠাই দিওঁ ঘৰতে কাম কৰে।'

'আপোনালোকেও কেতিয়াবা ফাইলবোৰ লৈ আহি ঘৰতে কাম কৰি বহিচোন।' লক্ষ্মীয়ে ক'লে।

তেওঁ একো উত্তৰ নিদিলে; কেৱল অলপ হাঁহিলে।

সেইদিনা ৰত্নেশ্বৰ আহি অফিচ সোমোৱাৰ লগে লগে বৰবাবুৱে তেওঁৰ ফালে এবাৰ তীক্ষ্ণ দৃষ্টিৰে চাই ক'লে:

"আজি আপুনি বহুত দেৰি কৰিলে।" আৰু টেবুলৰ পৰা ইমিডিয়েট শ্লিপ লগোৱা ফাইল এটা তুলি লৈ তেওঁৰ ফালে আগবঢ়াই দি ক'লে: "এই ফাইলটো চাওকচোন, বৰ আৰ্জেণ্ট, আজি যেনে তেনে কৰি দিয়ক।"

নিজৰ টেবুললৈ আহি বহি ফাইলটো মেলি পঢ়ি চাই ৰত্নেশ্বৰ হতাশ হৈ পৰিল। তেওঁ বুজিলে যে সেই কামটো ইমান জটিল আৰু ইমান বেছি পুৰণা কাম নিৰ্দ্দেশ চাই কৰিব লাগে যে তাক একেদিনাই কৰা অসম্ভৱ। তথাপি তেওঁ কাম কৰি গ'ল। ৪টা বজালৈকে একেৰাহে কৰিও যেতিয়া তেওঁ তাক শেষ কৰিব নোৱাৰিলে, তেতিয়া বাকীখিনি পিচদিনা কৰিম বুলি ফাইলটো সামৰি থৈ ঘৰলৈ গুচি আহিল। ঘৰ পাই দেখিলে যে ছোৱালীজনীৰ জ্বৰ আৰু বেচিহে হৈছে। লৰালৰিকৈ চাহ এটোপা আৰু চিৰা দুটামান (কাৰণ আটা-ময়দা বিচাৰি যাবৰ সময় তেওঁৰ তেতিয়ালৈকে হোৱা নাছিল) খাই ডাক্তৰ মাতিবলৈ ওলাই গ'ল।

পিছদিনা পুৱা ডাক্তৰে ছোৱালীজনীৰ নিউমোনিয়া হৈছে বুলি ক'লে। তাইৰ অৱস্থা বেয়া দেখি ৰত্নেশ্বৰে সেইদিনা কেজুৱেল লীভ লৈ অফিচলৈ নগল আৰু পিচদিনাও তাইৰ অৱস্থাৰ উন্নতি নোহোৱাত তেওঁ অফিচলৈ যাব নোৱাৰিলে। আৰ্জেণ্ট ফাইলৰ কথা ৰত্নেশ্বৰে পাহৰি গ'ল।

তৃতীয় দিনা তাইৰ জ্বৰ অলপ শাম কটা দেখি ৰত্নেশ্বৰ নিয়ম মতে গৈ অফিচত হাজিৰ হ'লগৈ। বৰবাবুৱে তেওঁৰ ফালে এবাৰ গহীনাই চাই লৈ ক'লে:

"অ' আপুনি আহিছে।"

"হয়" বুলি শলাগি, ৰত্নেশ্বৰ নিজৰ টেবুলত বহি সেইদিনা এৰি থৈ যোৱা আৰ্জেণ্ট ফাইলটো বিচাৰিলে। ফাইলটো তাত নাছিল।

"সিদিনা আপুনি দিয়া ইয়াৰ ফাইলটো কি হ'ল ?" বৰবাবুক উদ্দেশ্য কৰি ৰত্নেশ্বৰে সুধিলে।

জুইচলা কাঠিৰ দৰে ফচ কৰে জ্বলি উঠি বৰবাবুৱে ক'লে :

"ফাইলটো মোৰ টেবুলৰ পৰা নি আপোনাৰ টেবুলত থৈ দিবলৈ দিয়া নাছিলো নহয়। আপুনি সিদিনা কামটো নকৰাকৈয়ে কিয় এৰি গ'ল ?"

"সেইদিনা শেষ কৰিব নোৱাৰিলো।"

"শেষ কৰিব নোৱাৰিলে ; আৰু তাৰ পিচত দুদিন ছুটী লৈ ঘৰত বহি থাকিল।"

"মই ঘৰত এনেয়ে বহি থকা নাছিলো ; মোৰ ছোৱালীজনীৰ বৰ জ্বৰ, সেই কাৰণেহে ছুটী লব লগা হ'ল।" অতি নম্ৰভাৱে তেওঁ ক'লে।

"ৰত্নেশ্বৰ বাবু", অস্বাভাৱিক ভাৱে গহীন হবৰ চেষ্টা কৰি বৰবাবুৱে ক'লে ; "নিজৰ দায়িত্ব নুবুজাতো বৰ দুখৰ কথা। কিবা এটা দায়িত্বৰ কাম হাতত পৰিলেই আপোনাৰ ছোৱালীৰ জ্বৰ, ল'ৰাৰ হাগনি, wife ৰ পেটৰ বিষ কিবা নহয়, কিবা এটা ওলাবই দেখিছো।"

ইচ্ছাকৃত ভাৱে ৰত্নেশ্বৰে আজিলৈকে কেতিয়াও নিজৰ কৰ্ত্তব্য অৱহেলা কৰা নাই। কামটো কৰিবই লাগিব যেতিয়া কোনো আপত্তি নকৰাকৈ আজি দহ বছৰে তেওঁ তাক নিজৰ বুদ্ধি সামৰ্থ্য অনুসৰি কৰি আহিছে। বৰবাবুৰ কথাষাৰ তেওঁৰ অসহ্য হ'ল আৰু এটা অদম্য খঙৰ উত্তেজনাত তেওঁ নিজৰ চকিখনৰ পৰা উঠি বৰবাবুৰ টেবুলৰ ওচৰলৈ গৈ তেওঁক পাৰে-মানে অকথা গালি পাৰিলে। কথাৰ গতি বেয়া দেখি সহকৰ্মী হাজৰিকা আদি কৰি অন্যান্য এচিষ্টেণ্টসকলে বঢ়াই-বুজাই দুয়োকো যেনিবা সেই-দিনালৈ শান্ত কৰিলে। কিন্তু নিজৰ অফিচতে অতবোৰ এচিষ্টেণ্টৰ আগত দিয়া আঘাতটো বৰবাবুৰ অন্তৰত জীয়াঘাৰ দৰে থাকি গ'ল।

সেইদিনা ঘৰলৈ ঘূৰি আহিও অফিচৰ এই অপ্ৰীতিকৰ ঘটনাটো তেওঁ পাহৰিব নোৱাৰিলে। কিবা এটা অশান্তি আৰু অস্থিৰতাই ডিচেম্বৰ মাহৰ ছিলঙৰ আকাশৰ ডাৱৰবোৰৰ দৰে তেওঁৰ মনটো আৱৰি থাকিল—ৰাতি শুবলৈ গৈ তেওঁ ঘৈণীয়েকক ক'লে :

'মোৰ আৰু কাম কৰি ভিতা লাগিছে দেও—বিমান আৰু অফিচ কৰিবা! কিছুদিনৰ ছুটী লৈ ঘৰৰ পৰাই আহোঁগৈ বলা। কথাষাৰ কৈ ৰত্নেশ্বৰে মনে মনে ঘৰলৈ যোৱা খৰচৰ এটা মোটামুটি হিচাব কৰিলে।

'বলক মই ভালেই পাওঁ।' লক্ষীয়ে ক'লে; কিন্তু অন্তৰত তাই অকণো উৎসাহ অনুভৱ নকৰিলে। কাৰণ বিধৱা মাকেৰে সৈতে গিৰিয়েকৰ দুখ-দৰিদ্ৰৰে মলিন ঘৰখনত তাইক টানিব পৰা কোনো আকৰ্ষণেই নাছিল।

খৰছৰ হিচাবৰ অঙ্কটো অলপ শকত যেন অনুভৱ কৰি ৰত্নেশ্বৰে ক'লে:

"এৰা কিবা এটা কৰিব লাগিল। আজি দহ বছৰে কেৱল কামেই কৰিছো। এটা কথা লক্ষী! ঘৰলৈ যোৱাৰ আগতে এবাৰ চেৰাপুঞ্জিৰ পৰাই আহোঁগৈ বলা। তোমাৰ ছিলঙত আজি আঠ বছৰ হ'ল, চেৰাপুঞ্জি-খন আৰু তোমাৰ চোৱা নহ'ল। এইবাৰ দৰমহা পালেই তালৈকে যাম ওলাবা।"

এই প্ৰস্তাৱত ক্ষন্তেক পৰৰ কাৰণে অতি আনন্দিত হৈ লক্ষীয়ে ক'লে:

'এৰা যাব পাৰিলে বৰ ভাল হয় বুইছেনে? তাহানিখন কিতাপত পঢ়িছিলো বোলে চেৰাপুঞ্জিতে পৃথিৱীৰ ভিতৰত এটাইতকৈ বেচি বৰষুণ হয়। মোৰ ঠাইখন বৰ চাবৰ মন আছে। কিন্তু যাব কেনেকৈ?'

'টেক্সি এখনকে ধৰি যাব লাগিব। ৰাতিপুৱাই যাম। তাতে ভাত-পানী খামগৈ; ইয়াতে খোৱা বস্তু যা-যোগাৰ কৰি লবা।'

'এৰা ভাল হ'ব হয়। তাতে খাই-বৈ দিনটো থাকি সকলো চাই-চিতি গধূলি ঘূৰি আহিম। কিন্তু টেক্সিখনে বহুত পয়চা নলব জানো?' লক্ষীয়ে সুধিলে।

'মোৰ চিনাকি ড্ৰাইভাৰ এজন আছে; কৈ মেলি পঁচিশ টকা মানতে নিব পাৰিম।'

লক্ষীৰ উৎসাহ কিছু চেঁচা পৰি আহিছিল; কিবা এটা ভাবি তাই সুধিলে:

'কিন্তু এই মাহতে জানো ইমানবোৰ টকা চেৰাপুঞ্জিলৈ গৈ খৰছ কৰিব পাৰিব?'

ৰবকৈ নভবাকৈ ৰত্নেশ্বৰে ক'লে :

'এইবাৰ উইণ্টাৰ এলাৱেঞ্চো পাম নহয়হে।'

'কিন্তু আপুনি কৈছিল বোলে বাৰটকামান কপহে বেচিকৈ পাব; সেইকিটা পয়চা পোৱাৰ আশাতে খবৰটো পাবৰ দিনাই দেখোন বাকীকৈ গ্ৰেঞ্জ', বৌ মাছৰ মূৰ কিনিলে; জুৱাখেলৰ টিকট কিনিলে; আৰু মইও ননীৰ মাকৰ পৰা বাকীকৈ আশীৰ চাদৰ এখন লৈ থৈছো। তাৰ উপৰিও ছোৱালীজনী চাবলৈ অহাৰ বাবে ডাক্তৰৰ ফিজো দিবলৈ আছে। আৰু এতিয়া তাৰে আশাত চেৰাপুঞ্জিলৈও যাবলৈ ওলাইছেনে?

লক্ষীৰ ইমানবোৰ হিচাবৰ খুন্দাত চেৰাপুঞ্জিলৈ যোৱাৰ কল্পনাটো ভাঙি-বলৈ নিদি অলপ পৰ ভাবি তেওঁ ক'লে :

'এটা কাম কৰিলে কেনে হয়? আমি দেখোন টেক্সিত নগৈ বাছতে তালৈ যাব পাৰো। তেতিয়া দহ টকা মানতে হ'ব।

আকৌ এবাৰ উৎসাহিত হৈ লক্ষীয়ে ক'লে :

'এৰা হয় যি হয়; টেক্সিখননো :কালেই? আমি দেখোন বাছতে যাব পাৰোঁ।'

'কিন্তু বাছত যাবলৈও এটা অসুবিধা আছে, ৰত্নেশ্বৰে নিৰুৎসাহ হৈ ক'লে; 'বাছত গলে কেই ঘণ্টামানহে তাত থাকিব পাৰি, ফুৰিব-চাকিবৰ, খাব-বৰৰ আৰু সময় নোপোৱা। আকৌ সেই বাছতে ঘূৰি অহাৰ চিন্তাতে থাকিব লাগিব। বাছত গৈ আনন্দ অকণো নাই।'

লক্ষীয়ে অলপ পৰ ভাবি ক'লে :

'এৰা! ল'ৰা-ছোৱালী হালকে লৈ বাছত যাবলৈ বৰ অসুবিধা হয়। তাতে ছোৱালীৰ জ্বৰ কথমপি এৰিছেহে। এতিয়া থক বুইছে। ঈশ্বৰে কৰিলে পিচৰ মাহতে যাম আৰু।'

জীৱনৰ এনেকুৱা সৰু-সুৰা অপূৰণ বাসনাৰ কন্টেকীয়া দুখবোৰ মচি পেলাব পৰাৰ সেয়ে যে লক্ষীৰ শেষ সান্ত্বনা তাক ৰত্নেশ্বৰে অনুভৱ কৰিলে। তেওঁ কোনো উত্তৰ নিদিলে। ডিচেম্বৰ মাহৰ হিমে ধোৱা শীতল বাতি

গোপনে এবাৰ হুমুনীয়া কাঢ়ি তেওঁ লক্ষ্মীৰ বুকুৰ উন্নত মূৰটো গুজি টোপনি যাবৰ চেষ্টা কৰিলে।

*　　　*　　　*

অফিচত হোৱা অপ্ৰিয় ঘটনাটোৰ কিছুদিনৰ পিচত ৰত্নেশ্বৰ এদিন ৰাতিপুৱা অফিচলৈ গৈ বৰ চাহাবৰ হুকুম থকা এখন কাগজ পালে। তেওঁ কাগজখন মনোযোগেৰে পঢ়ি জেপত সুমাই থলে।

সেই দিনাই গধূলি ৰত্নেশ্বৰৰ ঘৰলৈ হাজৰিকা আহি আগ্ৰহেৰে সুধিলে:

"অথনিনো সেইখন কিহৰ কাগজ?"

ৰত্নেশ্বৰে একো নেমাতি জেপৰ পৰা কাগজখন উলিয়াই হাজৰিকাৰ হাতত দিলে। হাজৰিকাই পঢ়ি আন্তৰিক দুখ আৰু ক্ষোভেৰে চিঞৰি উঠিছে:

"কি!! ইনক্ৰিমেণ্ট বন্ধ কৰা হ'ল। বৰবাবুৱে লাগি-ভাগি শেষত ইয়াকে কৰিলেগৈ।"

চকীখনৰ ওপৰত ভৰি দুটা তুলি আৰামেৰে বহিবৰ চেষ্টা কৰি ৰত্নেশ্বৰে ক'লে:

"কিনো বৰ ডাঙৰ কথাটো হ'ল। চাৰি টকা ৰূপ যেনিবা নেপালোৱেই তাৰ বাবে আৰু কিবা গোটেইখন তল যাবনে?'

'তল নেযায়; কিন্তু ডাঙৰীয়া, কেৰেণী জীৱনৰ এবছৰৰ দাম চাৰি টকা ৰূপ তাকো বন্ধ কৰা হ'ল।' হাজৰিকাৰ মুখত কিবা এটা ক্ষোভৰ চিন ফুটি উঠিল।

'বুইছে ডাঙৰীয়া!' পাতলকৈ হাঁহি ৰত্নেশ্বৰে ক'লে: 'মই বৰচাহাব আৰু আপুনি ৰত্নেশ্বৰ হোৱা হলে মইও আপোনাৰ ইনক্ৰিমেণ্ট বন্ধ কৰিলোহেঁতেন।'

'কিন্তু কিয়? এটাতো বিচাৰ হব লাগিব। আপোনাৰ কথাটোৰ একো ভাল বিচাৰ নহ'ল হাজৰিকাই ক'লে।

'ঠিক বিচাৰেই হৈছে। আপুনি যদি ডিচিপ্লিন নেমানে,—কলচ্ নেমানে, চৰকাৰৰ নিমধ খাই কাম নকৰে, তেনে কেৰেণী হৈছে কিয়? কোনেও তো আপোনাক কেৰেণী হবলৈ ধৰি-বান্ধি নিয়াহি নাই।'

'কি কৰিম ! যাৰ কপালত যিটো আছে। আমাৰ ভাগ্যত কেৰেণী হব লগা আছিল হৈছো ; সেইটোৱেই আমাৰ দোষ নে ? আমিওটো বৰ চাহাবৰ দৰেই মানুহ—আমাৰোতো ভালকৈ খাবৰ, ভালকৈ পিন্ধিবৰ, ভালকৈ থাকিবৰ আগ্ৰহ একোটা আছে। কপালৰ জোৰতে যেনিবা বৰচাহাব, বৰচাহাব আৰু কনক হাজৰিকা কেৰেণী।'

'কপালৰ কথা নহয় বুইছে হাজৰিকা', চিন্তিত ভাৱে ৰত্নেশ্বৰে ক'লে ; 'কেৰেণী হোৱাৰ বাহিৰে বোধহয় আমি আৰু আন কোনো কামৰ কাৰণে উপযুক্ত নহওঁ সেইবাবেই আপুনিও কেৰেণী, মইও কেৰেণী, আমাৰ কাম-টোৱেই আমাৰ জীৱনৰ উপযুক্ত দাম।'

জীৱনৰ কোনো অৱস্থাতে সন্তোষ নোপোৱা বিধৰ মানুহ হাজৰিকাই সুধিলে :

'তেনে মোৰ জীৱনটোৰ দাম ষাঠি টকা ?"

'ষাঠি টকা হলেও আপোনাৰ এটা দামেই আছে। সংসাৰত এনে মানুহো আছে যাৰ জীৱনৰ কোনো মূল্যই নাই।' ৰত্নেশ্বৰে ক'লে।

তাৰ পিছতো দুয়ো বন্ধুৱে জীৱনৰ বিষয়ে, অফিচৰ বিষয়ে, বৰবাবুৰ বিষয়ে নানান কথা পাতিলে। দুখ নিৰানন্দ আৰু জীয়াই থকাৰ সমস্যাৰে গধুৰ জীৱনৰ ফালটোলৈ পিঠি দি কথাই কথাই তেওঁলোকে জীৱনৰ পাতল, আনন্দময় ফালটোলৈ আহিল আৰু এবাৰ হাজৰিকাই অৰ্থপূৰ্ণ মিচিকীয়া হাঁহি মাৰি ক'লে :

'বুইছে ডাঙৰীয়া ! মোৰ হলে এই বছৰত দুটা ইন্‌ক্ৰিমেণ্ট ডিউ হৈছে দেই।'

'একে বছৰতে দুটা ?' প্ৰথমে কথাটো বুজিব নোৱাৰি ৰত্নেশ্বৰে অলপ আচৰিত হৈ সুধিলে।

'এৰা ! এটা অফিচত ধনৰ ইন্‌ক্ৰিমেণ্ট আৰু এটা ঘৰত জনৰ ইন্‌ক্ৰিমেণ্ট —One more mouth to feed.

'অ' বুজিছো।' বৰকৈ হাঁহি ৰত্নেশ্বৰে ক'লে ; 'কিন্তু ৰ'ব ! এইটিৰে সৈতে আপোনাৰ ল'ৰা-ছোৱালী পাঁচোটি হব নহয় ?"

'নকৰ আৰু বুইছেনে! বছেৰেকৰ ইন্‌ক্রিমেণ্টটোলৈহে বৈ থাকে যেন পাইছো। ইন্‌ক্রিমেণ্টটোৱে প্রতি একোটা।'

'হ'ক হ'ক দিয়ক'! নিতান্ত শুভাকাঙ্ক্ষীৰ দৰে ৰত্নেশ্বৰে ক'লে; "জীয়াই থাকিলে ল'ৰা-ছোৱালীবোৰেই ধন-বস্তু. কোনোমতে ডাঙৰ-দীঘল কৰি তুলিব পাৰিলেই হ'ল।'

কিন্তু তোলে কেনেকৈ? চাৰি টকাৰে ল'ৰা-ছোৱালী ডাঙৰ-দীঘল কৰে কেনেকৈ? সহজ আনন্দৰ ভাবতে হাজৰিকাই সুধিলে।

'তেনেকৈয়ে তুলিব লাগিব।' ৰত্নেশ্বৰে হাঁহি ক'লে; আপোনাৰ বছৰে একোটা হয় বুলি চৰকাৰে ৰাজহৰ ধনেৰে কেৱল আপোনাৰ দৰে কেৰেণী-বোৰকে দৰমহা বঢ়াই থাকিবনে? আৰু যিমানেই বঢ়াওক আপোনালোকক কেতিয়াবা-আটিবনে?

'কোনেনো বঢ়াবলৈ কৈছে ঈশ্বৰ! কিন্তু ধন নেবাঢ়িল বুলি আৰু এ হেঃ হেঃ হেঃ······' বুলি মন খুলি এবাৰ হাঁহি লৈ হাজৰিকাই তাৰ লগতে আৰু কেইটামান অশ্লিল কথা যোগ কৰিলে। * * *

ৰত্নেশ্বৰে তেওঁৰ ভাড়াঘৰটোৰ বাহিৰ ফালৰ চাৰি ফুটীয়া বাৰাণ্ডাটোত বহি তেওঁৰ সমুখৰ পৃথিৱীখনলৈ চালে। নিলগত ছিলং পিকৰ ওপৰৰ ধোৱা-বৰণীয়া ডাৱৰবোৰৰ চেঁচা স্পর্শত পাইন গছবোৰ কঁপি উঠা যেন তেওঁ অনুভৱ কৰিলে। তেওঁৰ সমুখতে শইকীয়া চাহাবৰ ফুলনিখনত ডাৱৰে ঢকা আবেলিৰ এটা নিস্তেজ পোহৰ পৰিছিলহি। কেইমাহমানৰ আগতে সেই ফুলনিখনত বিচিত্র ৰঙৰ কিমান যে সুন্দৰ সুন্দৰ ফুলবোৰ ফুলিছিল।

শীতৰ বৰফ পৰি আজি সেই সকলো ফুল শুকাই গৈছে। ফুলনিৰ এচুকে ডালিয়া ফুলৰ অনাদৃত আধা শুকান ঠাৰিবোৰ হেৰোৱা সৌন্দর্য্যৰ স্মৃতি স্বৰূপে কৰুণ ভাৱে থিয় হৈ আছে। কাঞ্চন, পিটুনিয়া, ক্রিচানথিমাম জেৰমিয়াম আৰু পপি ফুলবোৰৰ সকলো চিন শুকান বনবোৰৰ শেতাঁ হাল-ধীয়া ৰঙৰ বুকুত মিলি গৈছে। কেৱল মাত্র কেইজোপামান ৰঙা গোলাপৰ গছত আবতৰীয়া দুই চাৰিপাহ ফুল ফুলি বিগত যৌৱনা তিৰোতাৰ ডিঙিত পোৱাল মণিৰ দৰে ফুলনিৰ কণ্ঠ আগুৰি আছে।

ৰত্নেশ্বৰে বহুপৰ তন্ময় হৈ সেই দৃশ্য চাই থাকিল। আজি দহ বছৰে কেতিয়াও সিমান মনোযোগেৰে তেওঁ ছিলং পিকটোলৈ নাইবা শইকীয়া চাহাবৰ ফুলনিখনলৈ চোৱা নাই। উকা ফুলনিখনলৈ চাই চাই ৰত্নেশ্বৰে অকস্মাতে তেওঁৰ জীৱনৰ মাজৰ পৰা কিবা এটা হেৰাই যোৱা যেন অনুভৱ কৰিলে। তেওঁৰ মনটো দহ বছৰৰ আগৰ জেৰমিয়াম ফুলবোৰৰ দৰে নোহোৱা হোৱা জীৱনৰ দিনবোৰলৈ ঘূৰি গ'ল।

তেওঁৰ মনত পৰিল আজি দহ বছৰৰ আগতে সেই প্ৰথম দিন তেওঁ কেনেকৈ ছিলঙৰ পাহাৰত ভৰি দিছিলহি। ৰডডেনড্ৰনৰ ৰঙা ফুলবোৰৰ দৰে ভৱিষ্যত জীৱনৰ কেনে বিচিত্ৰ ৰঙীন সপোন লৈয়ে তেওঁ ছিলঙলৈ আহিছিল।

তেওঁৰ মনত পৰিল কেনেকৈ তেওঁ ছিলঙলৈ আহি প্ৰথমে কেইদিনমান পাহাৰ-পৰ্ব্বত, লে'ক, ফলচৰ শোভা চাই পাইনৰ তলে তলে ঘূৰি ফুৰিছিল। তেওঁৰ মনত পৰিল কেনেকৈ এদিন এনেকুৱা এটা চেচা আবেলি স্প্ৰেডিংগেল ফলচৰ কাষৰ পাইন গছ এজোপাৰ তলত বহি খাচী গাভৰু এম্লিলিয়ে তাইৰ জোলোঙাৰ পৰা উলিয়াই দিয়া তামোলখন খাইছিল! সকলো কথাই যেন কালিৰ ঘটনা।

আৰু আজি ? ? ?

আজি লাবানৰ ভাৰা ঘৰটোৰ দহফুট স্কোয়াৰ কোঠা দুটাত লক্ষী আৰু ল'ৰা-ছোৱালী হালৰে সৈতে কটোৱা আঠ বছৰৰ পুৰণি জীৱনটো। আজি স্প্ৰেডিগেল ফলচৰ সৌন্দৰ্য্য চাবলৈ যাবৰ তেওঁৰ আগ্ৰহো নাই সময়ো নাই। আজি অফিচ, ফাইল, আৰ্জেণ্ট, ইমিডিয়েট, বজাৰ, বেচনৰ কথা-বোৰেই তেওঁৰ জীৱনৰ ডাঙৰ কথা।

'....কি জীৱন এইটো! মই কি বিচাৰিছিলো আৰু কি পালো? হয়তো মই এনেকৈ জীয়াই থাকিবলৈ বিচৰা নাছিলো—কিন্তু এনেকৈয়েতো মই ভালপোৱা নোপোৱা লৈ অপেক্ষা নকৰি দিনবোৰ ৰঙা গোলাপৰ শুকাই যোৱা পাহীবোৰৰ দৰে শুকাই গৈছে।' ৰত্নেশ্বৰে ভাবিলে। মনৰ কোনোবা এটা গভীৰ গোপন স্তৰত পোত খাই থকা এটা সক্ৰিয়তাৰ

সুবিধা পাই অযাচিতে ওলাই আহি তেওঁক খন্তেক পৰ অবাক আৰু চিন্তিত কৰি তুলিলে।

'চাহ খাওক!'

লক্ষীৰ মাতত ৰত্নেশ্বৰ চমকি উঠিল।

অ' দিয়া!' চাহৰ কাপটো লৈ তেওঁ ক'লে, তুমিনো অথনিৰপৰা বান্ধনীঘৰটোত সোমাই কি কৰিছিলা?

'চাউলবোৰত বৰ ধান বুইছেনে, অথনিৰ পৰা বাচি বাচি তিতা লাগিল। আপুনি ধান থাকিলে দেখোন বৰ বেয়া পায়।' কথাষাৰ কোৱাৰ লগে লগে তাই অনুভৱ কৰিলে যে চাউলৰ ধান বচাতকৈ তাই সেই সময়ত গিৰিয়েকৰ ওচৰত বহি দুই চাৰিটা সুখ-দুখৰ কথা পতা হ'লেই তেওঁ বেচি ভাল পালেহেঁতেন।

'বুইছা লক্ষী মই এটা কথা ভাবিছো।

গিৰিয়েকৰ কাষতে মুঢ়া এটাত বহি তাই সুধিলে:

'কি কথা ভাবিছে?'

'সেই দুইপষ্টেকৰ টিকটটোত যদি কেইহেজাৰমান টকা পাওঁ তেনেহলে মই প্ৰথমে কি কৰিম ক'ব পাৰা—খবৰটো পাবৰ দিনাই কামটো ৰিজাইন দিম। তাৰ পিছত কৰবাত এটা ধুনীয়া ঘৰ সাজিম……।'

'বাৰু হৈছে। আপুনি জুৱাখেলত জিকি হেজাৰ হেজাৰ ধন পাব, কাম ৰিজাইন দিব, ধুনীয়া ঘৰ সাজিব—মোক নকব বুইছেনে।' বাস্তৱতাৰ বান্ধোন চিঙি কল্পনাৰ পাখীৰে উৰিব নোৱাৰা লক্ষীয়ে ক'লে।

"সপোন বুইছা লক্ষী, দিনত দেখা সপোন; কেতিয়াবা তেনেকুৱা সপোন দেখি ভাল লাগে। কিন্তু ৰবা, আমাৰ আৰু কোনোকালেই নহবনে? মই ৰত্নেশ্বৰ আৰু তুমি লক্ষী, যি ঘৰত লক্ষী আৰু ৰত্নেশ্বৰ, ধন-দৌলত তাত নহৈ ক'ত হবহে?" হাঁহি তেওঁ ক'লে।

"আপুনিনো কিয় মিছাতে ভাবি-চিন্তি থাকে।" স্ত্ৰীয়ে স্বামীক দিব পৰা মধুৰ শান্তনাৰ সোৱাদ সানি লক্ষীয়ে ক'লে;

"কেৱল মানে ধন-দৌলত হলেই জানো সুখ হয়। ঈশ্বৰে আমাক

দেখোন এনেকৈয়ে চলাইছে চলিও থাকিব, আমাৰনো কিহৰ দুখ ?”

পাইনৰ ফাঁকে, ফাঁকে নামি অহা গধূলিৰ এন্ধাৰত ঢাক খোৱা লক্ষীৰ ধুনীয়া মুখখনলৈ গভীৰ স্নেহেৰে চাই ৰত্নেশ্বৰে ক’লে :

‘এৰা। মোৰনো কিহৰ দুখ! বলা লক্ষী ভিতৰলৈ যাওঁ বৰ জাৰ পৰিছে।

* * * *

এদিন গধূলি হাজৰিকাৰ নতুনকৈ হোৱা ল’ৰাটোৰ হৈ পতা নামগোৱাত চাহ, মিঠাই খাই আহি ৰত্নেশ্বৰে লক্ষীক ক’লে :

‘আজি হাজৰিকাৰ ঘৰত খুব খালো বুইছা। মিঠাই, সন্দেশ, কল, নাৰিকল ঢেৰ খালো। তিনিজনী ছোৱালীৰ পিছত ল’ৰা এটি হোৱাত হাজৰিকাই ভালেই পাইছে।’

অলপপৰ মনে মনে থাকি লক্ষীয়ে সুধিলে :

‘কিন্তু লোকৰ কথা যে ইমানকৈ ভাবিছে পিচে নিজৰ কথা ভাবিছেনে নাই!’

‘কি নিজৰ কথা?’ আচৰিত হৈ বেৰৰফালে মুখ কৰি থকা লক্ষীৰ মুখখনলৈ চাবৰ চেষ্টা কৰি তেওঁ সুধিলে :

“এইবাৰ যে··· ···এই মাহত······ ।”

সলজ্জ মধুৰ দৃষ্টি এটা গিৰিয়েকৰ মুখত থৈ এটা পৰিচিত ইঙ্গিতেৰে তাই আধাকোৱা কথাখিনি সম্পূৰ্ণ কৰিলে।

‘থেংক গড্’, ৰত্নেশ্বৰৰ মুখৰ পৰা ওলাল, ‘মই কথাটো পাহৰিয়েই আছিলো। হাজৰিকাই কয় ৱান ম’ৰ মাউথ টু ফিড, মই কওঁ ৱান ম’ৰ ডাৰ্লিং টু লভ্। ভাল কথা লক্ষী, সুন্দৰ কথা।’

লক্ষীয়ে একো নেমাতি আতঁৰি গ’ল।

তাৰপিছত বহুদিন পাৰ হৈ গৈছে। শইকীয়া চাহাবৰ ফুলনিখনৰ ফুলবোৰ আকৌ বমক্ জমক হৈ ফুলি উঠিছে। ৰত্নেশ্বৰ তেতিয়াও ছিলঙৰ কেৰেণী। দীপক তেতিয়ালৈকে চাইকুল আৰু মটৰগাড়ী আনি দিয়া হোৱা নাই, আৰু লক্ষীয়ে চেৰাপুঞ্জী দেখিবলৈ পোৱা নাই। চিৰপুৰণি সংসাৰত নতুন বস্তু দীপৰ ছমহীয়া ভায়েকটো। ●

ৰামধেনু : ১৮৭৭ শক

# জোনাক ৰাতিৰ স্বপ্ন

সেইদিনা আবেলিও হেমন্তৰ ভাগৰ লাগিছিল। আগেয়ে আবেলি দৈনন্দিন কাম কৰি আহি যেনেকৈ ভাগৰ লাগে, সেইদিনাও তেওঁ তেনেকৈয়ে এটা ক্লান্তি অনুভৱ কৰিছিল। দিনৰ দিনটো বাতৰি কাগজৰ কাৰণে সংবাদ বিচাৰি ফুৰাৰ ভাগৰ, আৰু সেই ক্লান্তিক স্বাভাৱিক বুলি ভবাৰ ক্লান্তি। ঘৰৰ আগফালৰ বাৰান্দাৰ আৰামী চকি এখনত বহি তেওঁ এটা চুৰট হুঁপিছিল। চুৰটৰ ধোঁৱাবোৰ বতাহলৈ এৰি দি তাক তেওঁ ভাবহীন ভাৱে লক্ষ্য কৰিছিল, আৰু তেওঁৰ মনৰ ভিতৰত সেই ধোঁৱাবোৰৰ দৰে স্থিৰতা নোহোৱা কিছুমান পাতল ভাবৰ সৃষ্টি হৈ ধোঁৱাৰ দৰেই নোহোৱা হৈছিল। গভীৰভাৱে তেওঁ একো ভবা নাছিল ভাবোঁ বুলি, কেৱল পাৰিশ্ৰমিকৰ লগৰীয়া হিচাবে অহা ভাগৰটোকে তেওঁ উপভোগ কৰিছিল।

তেওঁৰ সমুখত কিছু আঁতৰত সেই সদায়ে চকুত পৰা ঘৰটোৰ ওপৰত সেইদিনাও তেওঁৰ চকু পৰিছিল। বেৰৰ কাষতে এজোপা ৰঙা জবা ফুলৰ গছত প্ৰচুৰ ফুল-ফুলিছে। তাৰ পৰা অলপ দূৰত এজোপা লতা বগাই ঘৰৰ সিমুখৰ চিলিংখন নিবিড়ভাৱে সাৱটি ধৰিছে। লতাজোপাৰ ফুলবোৰ নতুনকৈ ফুলিছে, ৰঙচুৱা নীলা ৰং মিহলি কোমল ফুলবোৰ,—অলপতে হৈ যোৱা এজাক পাতল বৰষুণত তিতি কিবা এটা সৰস সৌন্দৰ্য্য লাভ কৰিছে। জবা ফুলজোপাৰ ওচৰৰ খিৰিকিখন সেইদিনাও খোলা আছিল। চাওঁ বুলি চাবৰ কোনো উদ্দেশ্য নাছিল যদিও চকুত পৰাৰ বাবেই তেওঁ খিৰিকিখনলৈ চাইছিল। পাতল হালধীয়া পৰ্দাখনে তেওঁৰ খিৰিকিৰ মুখত প্ৰায়ে দেখা সেই তিৰোতাজনীৰ মুখখনৰ কথা সোঁৱৰাই দিলে। তাইৰ মুখখন আৰু সেই খিৰিকিখনৰ সম্বন্ধ অবিচ্ছেদ্য বাবেই খিৰিকিখনে তেওঁৰ সচেতন মনৰ ভিতৰত অকণমান ঠাই অধিকাৰ কৰিছিল।

সেই তিৰোতাজনীৰ লগত তেওঁৰ কোনো চিনা-পৰিচয় নাই যদিও

দেখা-দেখি একপ্ৰকাৰ চিনাকি হৈ পৰিছে। কিন্তু, তাইৰ কথা তেওঁ কেতিয়াও দকৈ ভবা নাই। ভাবিবৰ আৱশ্যকতাও নাছিল, আগ্ৰহো নাছিল, বা তেওঁক ভাবিবলৈ বাধ্য কৰিব পৰা কোনো অৱস্থাও নাছিল। কিন্তু ঘৰৰ চালৰ ঘৰচিৰিকা চৰাইবোৰ সদায় থকাৰ বাবেই যেনেকৈ সিহঁতৰ অস্তিত্বৰ বিষয়ে তেওঁ কেতিয়াবা সজাগ হৈছিল, তেনেকৈয়ে তিৰোতাজনী আৰু খিৰিকিখন থকাৰ বাবেই তাৰ অস্তিত্বৰ বিষয়ে তেওঁ কেৱল মাজে মাজে সজাগ হৈছিল।

হেমন্তই অলপ পৰ খিৰিকিখনৰ ফালে চাই থাকি তাই আজি কিয় খিৰিকিৰ মুখলৈ ওলোৱা নাই, তাই ভিতৰত চাগে কি কৰিছে, তাক ভাবিবৰ চেষ্টা কৰিলে। সেই লতাজোপাৰ নিচিনা এজোপা লতা আনি নিজৰ ঘৰত ৰুবহি নে কি পাতলভাৱে ভাবিলে ; আৰু সেই তিৰোতাজনীৰ শ্যাম বৰণীয়া মুখখন আৰু ভাব-অনুভূতিহীনভাৱে বাহিৰলৈ কেতিয়াবা চোৱাৰ ধৰণ আদি কথাবোৰ তেওঁ দকৈ নভবাকৈয়ে চুৰটৰ ধোঁৱাবোৰৰ দৰে পাক খাই খাই উঠি বিৰাট ভাবহীনতাৰ মাজত মিলি যাব ধৰিলে।

প্লাচ্টিকৰ পুতলা দুটাৰে দৰা কইনা পাতি ছবছৰীয়া পুতুজনী ক'ৰবাৰ পৰা লৰি আহি বাপেকৰ কোলাত পুতলা দুটা থৈ ক'লে :

"দেউতা চোৱা, আমাৰ কইনাজনী কিমান ধুনীয়া।" হেমন্তৰ মনৰ ভাববোৰ হঠাৎ সজীৱসক্ৰিয় হৈ পৰিল ; তেওঁ পুতলা এটা হাতত তুলি লৈ মুখৰ আগলৈ আনি ভালকৈ চোৱাৰ দৰে চাই ক'লে :

"এ হয়তো, বৰ ধুনীয়া তোমাৰ কইনাজনী।"

কেইদিনমানৰ আগতে বাপেক বজাৰলৈ যাওঁতে তাইলৈ পুতলা দুটা লৈ অহাৰ কথা পুতুৱে সুঁৱৰি ক'লে :

"দেউতা, আজি বজাৰৰ পৰা মোক আৰু এজনী কইনা আনি দিবা ?"

"দূৰ পাগলী ! কইনা হ'বলা বজাৰত পায় ?" কথাষাৰ তাইক উদ্দেশ্য কৰি তেওঁ নিজকে ক'লে।

"ইঃ পাইতো—এইটো ক'ত পাইছিলা তেনে ?" পুতুৱে তেওঁৰ বুকুত মুখখন সুমুৱাই ক'লে।

"বাৰু দিম আনি, এনেকুৱা ৰঙা চোলা পিন্ধা এটাকে আনি দিম নে কি ?"

"ই:—এনেকুৱা নেলাগে—এনেকুৱা এনেকুৱা চোলা পিন্ধা এটা লাগিব।" প্লাচটিকৰ ওপৰত ৰং কৰা আনটো পুতলাৰ চোলাটো আঙুলিৰে দেখুৱাই তাই ক'লে।

"বাৰু এনেকুৱাকে আনি দিম, তুমি কি কৰিবা কইনাৰে।"

"বিয়া পাতিম," তাই ক'লে।

এনেতে সেই তিৰোতাজনী আহি পৰ্দাখন আঁতৰাই খিৰিকিৰ মুখত থিয় হ'ল। অকস্মাতে চকু পৰাত তেওঁ কোনো ঔৎসুক্য বা আগ্ৰহ নোহোৱাকৈ তাইৰ শ্যামবৰণীয়া ভাবানুভূতিহীন মুখখনৰ ফালে কিছুপৰ চাই থাকিল। তাই এবাৰ নিৰৰ্থকভাৱে আলিবাটে অহা-যোৱা কৰা মানুহবোৰলৈ চালে, এবাৰ তেওঁলোকৰ ঘৰৰ ফালে চাই আৰু অলপ পৰ অন্য একালে চাই থাকি আকৌ পৰ্দাখন টানি ভিতৰলৈ সোমাই গ'ল।

পুতুৱে বাপেকক আৰু ভালেমান কথা কৈ পুতলা আনি দিয়াৰ বিষয়ে নিশ্চিন্ত হৈ বাৰান্দাৰ এচুকত বহি পুতুলা দুটাৰে উমলিছিল। তিৰোতা-জনী আঁতৰি যোৱাত হেমন্তই ধেমালিত মগ্ন ছোৱালীজনীৰ ফালে অলপপৰ নিবিষ্টভাৱে চাই থাকিল।

বব-কটা সৰু ক'লা চুলিকোচাৰে তাইৰ অকণমান মূৰটো, ফুটফুটীয়া ফ্ৰকটোৱে ঢকা তাইৰ সৰু পিঠিটো, সৰু কলাফুল দুটাৰে অকণমান ভৰি দুটা তেওঁৰ চকুত পৰিল। 'এইয়ো এদিন ডাঙৰ হ'ব'—তেওঁ ভাবিলে; তেওঁৰ মৰমৰ এই অকণমান পুতুজনীও এদিন ডাঙৰ হ'ব; তাইৰ চুলি-কোচা দীঘল হ'ব, কোমল সৰু কলাফুল দুটা শকত হ'ব। তাইয়ো গাভৰু হ'ব। অলপ আগতে খিৰিকি মুখত দেখা সেই তিৰোতাজনীৰ দৰে তাইয়ো এদিন ডাঙৰ মানুহ হ'ব আৰু তাইৰ মুখতো সেই তিৰোতাজনীৰ দৰে ডাঙৰ হোৱাৰ চিনবোৰ ফুটি উঠিব। তাইৰ প্ৰশান্ত কোমল মুখখনতো এদিন সেই তিৰোতাজনীৰ দৰে জীয়াই থকাৰ এটা আসক্তিৰ ভাব ফুটি উঠিব। তাই এদিন গাভৰু হ'ব। তেওঁ তাইক বিয়া দিব লাগিব। বজাৰৰ প্লাচটিকৰ পুতলা দৰাৰ পৰিবৰ্তে এদিন তেওঁ তাইৰ কাৰণে এটা

জীৱন্ত মানুহ পুতলা আনি দিব লাগিব জীৱনৰ সঁচা খেলালিৰ বাবে······'
তেওঁ ভাবিলে আৰু কিবা এটা বিস্ময় অনুভৱ কৰিলে।

'ইমান ডাঙৰ হ'লনে পুতুজনী' তেওঁ ভাবি গ'ল। সেই সিদিনা মাথো তাইৰ মাকৰ সৃষ্টিৰ বেদনাৰ হা-হুতাশ আজিও তেওঁৰ মনৰ পৰা মোচ যোৱা নাই। আৰু তাইৰ মাক তেওঁৰ স্নেহৰ পত্নী শান্তিজনী! তাইতো দিনে দিনে ডাঙৰ হৈ আহিছে। খিৰিকিৰ মুখত দেখা সেই প্ৰৌঢ়াৰ দৰে শান্তিৰ মুখতো বহুত দিন জীয়াই থকাৰ এটা মলিন প্ৰাচীনতাৰ ভাব যেনে ফুটি উঠে নেকি? কিন্তু আজিতো বেছি দিনৰ কথা নহয়; সেই সিদিনা মাথোন, সেই প্ৰথম দিনা ৰাতি তাইৰ কাষত শুই শুই তেওঁ শান্তিৰ নিচিনা ফুলৰ দৰে স্নিগ্ধ কুমাৰী বুকুখনৰ পৰশ মধুৰতা শৰীৰে-মনে অনুভৱ কৰিছিল।

কিন্তু আজি! আজি শান্তি আৰু তেওঁ সাত বছৰৰ ডাঙৰ হ'ল। তেওঁলোকৰ জীৱনৰ এই সাতোটা বছৰ কেনি আহি কেনি যে গুচি গ'ল! তাৰ পৰিবৰ্ত্তে তেওঁ পালে সাত বছৰৰ বুঢ়ী শান্তিজনীক আৰু ছবছৰীয়া পুতুক। কোনে তেওঁৰ জীৱনটো এনেকৈ পৰিকল্পনা কৰিলে? তেওঁৰ ইচ্ছা-অনিচ্ছালৈ ভ্ৰূক্ষেপ নকৰি কি এক মহান শাস্তিয়ে অনন্ত পৰিবৰ্ত্তনৰ একোটা আভাস দি জীৱনটো কিবা এটা পৰিসমাপ্তিৰ ফালে আগবঢ়াই নিছে।

তেওঁৰ মনত পৰিল এটা জোনাক ৰাতিৰ কথা!

তেওঁ অনুভৱ কৰিলে যেন বাহিৰৰ সকলোবোৰ পৰিবৰ্ত্তনৰ মাজতো তেওঁৰ অন্তৰতম অন্তৰত কিবা এটা—অনন্ত অপৰিবৰ্ত্তিত সৌন্দৰ্য্য একেদৰে থাকি গৈছে।

হঠাতে তেওঁ শান্তিৰ মুখখন এবাৰ চাই ল'বলৈ এটা গভীৰ আগ্ৰহ অনুভৱ কৰিলে। কিন্তু শান্তি ওচৰত নাছিল। তেওঁ পিচফালৰ দুৱাৰেদি ভুমুকি মাৰি ভিতৰলৈ চাই তাইক নেদেখি আকৌ আগৰ দৰে বহিল। তেতিয়া অনুপম বৰণৰ বোল পশ্চিম আকাশত সিঁচৰতি ডাৱৰবোৰত সানি থৈ বেলিটো পৃথিৱী আৰু শূন্যৰ সীমান্তইদি নামি গৈছিল। তেওঁ আৰু অলপপৰ সেই আকাশখনৰ ফালে চাই থাকি বহাৰ পৰা উঠিল আৰু ভিতৰ

সোমাব খোজোতেই দেখিলে যে পুতু নাই, কেৱল বাৰান্দাৰ চুক এটাত তাই ধেমালি কৰা পুতলা দুটা ওপৰলৈ মুখ কৰি পৰি আছে। আবেলিৰ মৃদু পোহৰৰ এটা জিলিকনি আহি পুতলা দুটাৰ প্লাচ্‌টিকৰ মুখৰ ওপৰত পৰিছে আৰু সেই নিৰ্জীৱ পুতলাৰ মুখ দুখনত খিৰিকিৰ মুখত দেখা সেই তিৰোতাজনীৰ অনুভূতিহীন মুখৰ ভাবৰ দৰে এটা ভাব ফুটাই তুলিছে।

ভিতৰ সোমাই তেওঁ ঘৈণীয়েকক নেদেখিলে। বাহিৰলৈ ভুমুকিয়াই চাই দেখিলে যে পিচ চোতালত বহি শান্তিয়ে আগৰদৰে সংসাৰৰ দৈনন্দিন কামত ব্যস্ত। তেওঁ তাইৰ মুখখন নেদেখিলে আৰু মাতিবলৈও ইচ্ছা নকৰিলে। কেৱল মনোযোগেৰে তাইৰ অতি পৰিচিত পিঠি ফালটো এবাৰ চাই লৈ তেওঁ সাজ-পাৰ পিন্ধি বাহিৰলৈ ওলাই গ'ল।

অকলশৰে নিজৰ কথাকে ভাবি তেওঁ বহুদূৰ গ'ল। নগৰৰ সীমা এৰি তেওঁ মুকলি বহল ধানৰ পথাৰখন পাৰ হৈ গৈ থাকিল। কিমানদূৰ গ'ল তেওঁ ক'ব নোৱাৰিলে; কিন্তু যেতিয়া ঘৰলৈ বুলি ঘূৰিল তেতিয়া ভালেমান ৰাতি হ'ল বুলি জানিলে। তেতিয়া আকাশত ত্ৰয়োদশীৰ জোনে অগনন তৰাৰে সৈতে পৃথিৱীত তেওঁলোকৰ অপাৰ্থিৱ আধিপত্য বিস্তাৰ কৰিছিল। বাটৰ দুয়োকাষে মুকলি ধানৰ পথাৰবোৰত এটা নিজম নিস্তব্ধতা নামিছিল। জিলি আৰু কিবা পোকবোৰে এটা শেষ নোহোৱা সুৰত চিঞঁৰি সেই নিস্তব্ধতা আৰু গহীন কৰি তুলিছিল। বাটৰ কাষৰ এজোপা ওখ গছে নীৰৱ মুকলি পথাৰখনলৈ পিঠি দি অনন্ত আকাশৰ বুকুৰ মাজলৈ মূৰটো সুমাবৰ চেষ্টা কৰিছিল। আঁতৰত আৰু দুই চাৰি জোপা গছ সঙ্গহাৰা, অকলশৰীয়া, ভূতৰ ছাঁৰ দৰে থিয় হৈ আছিল। অকলে, নীৰৱে ভৰা—নভৰাৰ মাজতে হেমন্তই তেওঁৰ চৌপাশৰ পাৰিপাৰ্শ্বিক অৱস্থাটোৰ বিষয়ে সচেতন হৈ ঘৰৰ ফালে খোজ লৈছিল। ধান নোহোৱা মুকলি পথাৰখনৰ বুকুৰ এন্ধাৰ পোহৰখিনি কিছু আঁতৰত পোহৰৰ সীমান্তত মিলি যোৱা দৃশ্যটোলৈ লক্ষ্য কৰি তেওঁ অনুভৱ কৰিলে যেন জোন-তৰাৰ আকাশখন পৃথিৱীৰ বুকুলৈ নামি আহিছে আৰু মানুহৰ অলক্ষিতে আকাশ

আৰু পৃথিৱী নিবিড় আলিঙ্গনবদ্ধ হৈ মৌন পৰশ পুলক অনুভৱ কৰিছে। হেমন্তৰ মনৰ কোনোবা গোপন স্তৰত বিলুপ্ত হোৱা এটা পুৰণি দিনৰ কথাই পৃথিৱীৰ বতাহে চুব নোৱাৰা তৰাৰ আকাশৰ মাজত এচমকা পোহৰৰ ৰূপ ধৰি তেওঁৰ অন্তৰত এটা আনন্দময় উত্তেজনাৰ সৃষ্টি কৰিছিল। কেৱল মাজে সময়ে দুই এটা ভেকুলী পথাৰৰ দাঁতিৰ পৰা বাটলৈ জপিয়াই আহি তেওঁৰ ভৰি দুটা সচকিত কৰি তুলিছিল। আৰু কেতিয়াবা দুই এটা পোকে তেওঁৰ গায়ে মুখে পৰি সিহঁতৰো অস্তিত্বৰ কথা তেওঁক সোঁৱৰাই দিছিল আৰু মাজে মাজে তেওঁৰ মনটো ওপৰৰ আকাশৰ পৰা তলৰ ধূলিৰ ৰাস্তা-টোলৈ টানি আনিছিল।

নগৰৰ ভিতৰ সোমায়ে তেওঁ লৰালৰিকৈ ঘৰৰ ফালে খোজ ললে। ঘৰৰ সমুখৰ জপনাখন খুলি পদুলিত ভৰি দিয়েই তেওঁ এনে এটা গভীৰ আনন্দৰ পুলক অনুভৱ কৰিলে যে তেওঁ নিজেই বিস্মিত হ'ল ; কাৰণ তেনে অনুভূতি সৃষ্টি কৰিব পৰাৰ অৱস্থা সেই সময়ত একো নাছিল। জপনাৰ মুখৰ পৰা ঘৰলৈ এটা সৰু পদূলি আৰু তাৰ দুয়ো ফালে ফুলনি। হেমন্তৰ দেউতাকে জীৱনত অন্য বিশেষ একো কৰিব নোৱাৰিলেও ফুল কৰিছিল প্ৰচুৰ। তেওঁ জীয়াই থকাৰ দিনত নানান বিধৰ নানান ৰঙৰ ফুলেৰে ফুলনি-খন ভৰি আছিল। ফুলৰ প্ৰচুৰতা আজি নাই; কিন্তু বাপেকৰ মৰমৰ বস্তু বুলিয়েই তেওঁলোকে আজিও ফুলনিখন ধুনীয়াকৈ ৰাখিছে। পদুলিৰ সোঁফালে ফুলনিৰ এটা সীমাত কেইজোপামান শেৱালী আৰু কদম ফুলৰ গছ। জহকালি জুৰ লবৰ কাৰণে হেমন্তৰ দেউতাকে সেই ফুলকেই-জোপাৰ তলত এখন কাঠৰ বেঞ্চো সজাই থৈছিল। বেঞ্চখন আজিও আছে।

ফুলনি সোমাই হেমন্ত অলপ থমকি ৰ'ল আৰু চাৰিওফালে চালে। জোনাকৰ পোহৰ পৰি শুভ্ৰ তগৰফুলৰ পাহিবোৰ আকাশৰ পৰা খহি পৰা তৰাৰ দৰে জিলিকিছে। জোনাক পৰি ৰঙা গোলাপৰ পাহিবোৰ প্ৰেম-চুম্বিত যুৱতীৰ ৰঙা পৰা গালৰ দৰে সলজ্জ হৈ উঠিছে। হাতীপটিৰ ফুল বচা নীলিম আকাশৰ বিপক্ষে থিয় হৈ শেৱালী আৰু কদম কেইজোপাই

প্ৰিয়জনলৈ অপেক্ষা কৰি থকা মানুহৰ দৰে অনাগত আনন্দৰ পুলক অনুভৱ কৰি তন্ময় হৈ পৰিছে। তেওঁ অলপ পৰ চাই থাকি ক'ব নোৱাৰাকৈয়ে গৈ সেই বেঞ্চখনত বহিল।

তেওঁৰ মনত এটা এটাকৈ বিগত দিনৰ জোনাক ৰাতিৰ কথাবোৰ মনত পৰিল। এনেকুৱা এটা জোনাক ৰাতি, সেই প্ৰথম দিন, শান্তিৰ লগত তেওঁ সেই বেঞ্চখনত বহাৰ কথা সুৱঁৰিলে।

অকস্মাতে এবাৰ তেওঁৰ ঘৰৰ কাষৰ সেই মানুহঘৰৰ খিৰিকিখন চকুত পৰিল। খিৰিকিখন বন্ধ। তেওঁ এবাৰ চাই দৃষ্টি আঁতৰাই ললে। তেওঁৰ ভৰিৰ ওচৰত পৰি থকা শেৱালীফুলৰ কেইটামান শুকান পাত তেওঁৰ চকুত পৰিল আৰু শুকান পাতকেইটা সেই খিৰিকিৰ মুখত দেখা তিৰোতাজনীৰ ভাব-অনুভূতিহীন শুকান মুখখনৰ এটা প্ৰতিচ্ছবি যেন লাগিল। তেওঁ এটা বুজাব নোৱাৰা চঞ্চলতাত শিয়ঁৰি উঠিল। লৰালৰিকৈ উঠি তেওঁ ঘৰৰ ভিতৰ সোমাল।

ৰাতি ভাত খাওঁতে হেমন্তই শান্তিৰ মুখখন, তাইৰ শৰীৰটো, আৰু তাইৰ ভাব-ভঙ্গীবোৰলৈ মনযোগেৰে গোপনে লক্ষ্য কৰিলে। বহুত ৰাতিলৈকে ফুৰাৰ বাবে অসন্তোষ কৰি কথা কোৱা তাইৰ মুখখনত আজিও সেই প্ৰথম দেখাৰ ৰূপকান্তি মলিন হোৱা নাই; তাই কাণৰ ওচৰৰ কেকোঁৰা চুলি কেইডালত আজিও এটা বিশেষ আকৰ্ষণ লাগি আছে। তাইৰ চকুত আজিও তেওঁক চঞ্চল কৰি তোলা সেই গোপন ইঙ্গিতৰ মধুৰ লাজ ফুটি উঠে। সাতবছৰৰ সম্ভোগ আৰু মাতৃত্বৰ পৰশত তাইৰ শৰীৰৰ বহু পৰিবৰ্ত্তন হলেও তাৰ প্ৰিয়তা কমি যোৱা নাই।

তথাপি, ইমানবোৰ থকা স্বত্বেও, হেমন্তই অনুভৱ কৰিলে যেন আজি সাতোটা বছৰে শান্তিৰ মাজৰ পৰা কিবা এটা বস্তু চুৰ কৰি লৈ গ'ল। কিন্তু কি নিলে তেওঁ বুজিব নোৱাৰিলে। শান্তিৰ মুখখন, তাইৰ চাৱনিটো সাত বছৰৰ পুৰণি হ'ল, কিন্তু সেইদিনা ৰাতি শেৱালী জোপাৰ তলৰ বেঞ্চখনত বহি শান্তিয়ে কি অনন্ত নতুনতাৰ কি অসীম আনন্দৰ সম্ভেদেই যে নিদিছিল! তেওঁ ভাবিলে।

ভাত খাওঁতে গিৰিয়েকৰ অকাৰণ মৌনতা আৰু চিন্তিত মুখৰ ভাবলৈ শান্তিয়ে লক্ষ্য কৰিছিল। কিবা কাৰণত তাইক বেয়া পাই অভিমান কৰিছে বুলি ভাবি তাই উৎকণ্ঠিত হৈ পৰিছিল আৰু তাইৰ চকুতো আহত ভালপোৱাৰ ব্যথা ফুটি উঠিছিল। হেমন্তই শান্তিৰ পৰা তেওঁৰ এই আকস্মিক, অকাৰণ অস্থিৰতাখিনি লুকাই আছে বুলিয়েই ভাবিছিল; কিন্তু শান্তিয়ে সেইদিনা তেওঁৰ ব্যৱহাৰত কিবা এটা আন্তৰিকতাৰ অভাৱৰ শীতলতা অনুভৱ কৰিছিল। সেই কাৰণে সেইদিনা ৰাতি যেতিয়া হেমন্তই ঘৈণীয়েকৰ টোপনি আহিল বুলি ভাবিছিল, তেতিয়াও শান্তিয়ে মনে মনে চকু মুদি তেওঁৰ কাষতে সাৰ পাই আছিল।

হেমন্তই চেষ্টা কৰিও শুব নোৱাৰিলে। শেৱালি তলৰ বেঞ্চখনৰ চৌপাশে জোনাক ভৰা ভূমিকাৰ মাজৰ পৰা কিবা এটা দুৰ্ব্বাৰ আকৰ্ষণ আহি তেওঁৰ ভৰি দুখন টানিব ধৰিলে। তেওঁ শান্তিৰ গাত হাত দি অনুভৱ কৰিলে তাই শুইছে। তেওঁ সন্তৰ্পনে বিচনাৰ পৰা নামিল আৰু গাত কাপোৰ এখন লৈ মনে মনে সেই শেৱালিৰ তলৰ বেঞ্চখনত বহিলগৈ।

তৰাৰ আকাশত জোন তেতিয়া অনন্ত পূৰ্ণতাৰে জিলিকিছে। তেওঁ জোনটোৰ ফালে ভালেমান পৰ চাই থাকিল। নীলা আকাশখনত অন্তহীন তৰাৰ ভূমিকাৰ মাজত এই চিৰ প্ৰাচীন জোনটোৰ মুখত কি চিৰ নতুনতাৰ ৰূপ! তাৰ পোহৰ অকণো ম্লান হোৱা নাই, তাৰ মুখৰ ক'লা আঁচ-কেইটাৰ অকণো পৰিৱৰ্ত্তন হোৱা নাই!! তেওঁ ভাবিলে।

তেতিয়া চুম্বনক্লান্ত প্ৰেমিকাৰ দৰে গোলাপ ফুলবোৰে জোনাকৰ বুকুত মূৰ থৈ শুইছে। এচাটি চেঁচা বতাহ চকুত টোপনি নোহোৱা ওগৰ ফুলৰ নিশ্বাসৰ দৰে লাগিছিল আৰু শেৱালি জোপাৰ পাতত লাগি অন্তৰৰ কিবা এটা গভীৰ আকুলতা প্ৰকাশ কৰিছিল।

হেমন্তই অনুভৱ কৰিলে এই জোনাক ৰাতিৰ জগতখনত আজি তেওঁৰ কোনো ভাগ নাই। জোনাক, বতাহ, ফুলৰ পৰা বেলেগ তেওঁৰ সত্তা। আজি তেওঁ দ্ৰষ্টাহে—আজি তেওঁ এই দৃশ্য বাহিৰৰ পৰা চাইছে। কিন্তু সেইদিনা, জীৱনত প্ৰথম বাৰৰ কাৰণে, এনেকুৱা এটা ৰাতি শান্তিৰ কাষত

বহি তেওঁ নিজৰ পৃথক সত্বাৰ কথা ভাবিব পৰা নাছিল। সেইদিনা হয়তো তেওঁলোক এই অৱস্থাৰ মাজৰে এটা বস্তু হৈ পৰিছিল—হয়তো তগৰ ফুল-বোৰৰ দৰে আপোন পাহৰি জোনাকৰ পোহৰত মিলি গৈছিল।

আজি সাত বছৰৰ আগৰ কথা। তেওঁৰ দেউতাকৰ প্ৰিয় বন্ধু অনন্ত বৰুৱা জীয়েক শান্তিৰে সৈতে তেওঁলোকৰ ঘৰলৈ আহিছিল। দেউতাকৰ অনুৰোধ পেলাব নোৱাৰি এমাহ মান তেওঁলোকৰ ঘৰত অতিথি হিচাপে থাকি গৈছিল। হেমন্ত তেতিয়া অবিবাহিত ডেকা। মানুহ স্বভাৱৰ স্বাভাৱিক পৰিণতি হিচাপে হেমন্তই শান্তিক ভাল পাইছিল। কি অপৰিসীম প্ৰেম প্ৰীতিৰেই জীৱনৰ দিন কেইটা ভৰি উঠিছিল।

শান্তিহঁত যোৱাৰ আগদিনা ৰাতি এনেকুৱা জোনাক আছিল। ভিতৰত বৰ গৰম পৰিছে বুলি বাহিৰত ঠাণ্ডা লবলৈ অহাৰ ছলেৰে তেওঁ শান্তিৰে সৈতে আহি এই বেঞ্চখনতে বহিছিলহি। সেইদিনা তেওঁৰ কাৰণে, জোনাকৰ হয়তো কোনো বিশেষত্ব নাছিল। সেইদিনা বিশেষত্ব আছিল শান্তিৰ। সেইদিনা জোনটো, শেৱালি গছ কেইজোপা আছিল দ্ৰষ্টা। দৃশ্য হৈছিল তেওঁ আৰু শান্তি। তেওঁৰ ওচৰত বহি শান্তিয়ে সপোনত কথা কোৱাৰ দৰে দুই চাৰিটা অসংলগ্ন কথা কৈছিল। যেতিয়া শুভ্ৰ ডাৱৰ এটুকুৰা উঠি আহি জোনটোৰ এফাল ঢাকি ধৰিছিল, তেতিয়া তেওঁ তাইৰ মুখখন ওচৰলৈ চপাই আনি চুমা খাইছিল।

আজি জোনাকৰ এটা বিশেষ অৱস্থাৰ মাজত সেই স্মৃতিয়ে, সকলো আনন্দ, সকলো মধুৰতা লৈ অকস্মাতে আকৌ হেমন্তৰ মনত ভুমুকি মাৰিলে। তেওঁ পাহৰি গ'ল যে ভিতৰৰ এন্ধাৰত এতিয়া তেওঁৰ সেই সাত বছৰৰ আগৰ শান্তি জনীয়েই শুই আছে। তেওঁ ভাবি ভাবি এটা বুজাব নোৱাৰা তৃপ্তি আৰু অসাধাৰণ আনন্দ লাভ কৰিলে। সেই নিভৃত ৰাতিৰ জোনৰ পোহৰত তেওঁ আকৌ এবাৰ অতীত জীৱনৰ এটা দিন ঘূৰাই পোৱাৰ সাৰ্থকতা অনুভৱ কৰিলে, কিবা এটা মধুৰ পুলকত আত্মহাৰা হোৱাৰ দৰে সেই বেঞ্চখনত তেওঁ বহি থাকিল। কিমান সময়, কিমান ৰাতি হ'ল তেওঁ ক'ব নোৱাৰিলে।

হঠাতে এজোপা গোলাপ ফুলৰ আঁৰৰ পৰা শুভ্ৰ বস্ত্ৰ পিন্ধা এটা ছাঁয়া-মূৰ্ত্তি তেওঁৰ ফালে আগবাঢ়ি অহা দেখি হেমন্ত শিয়ঁৰি উঠিল। তেওঁ অবাক হৈ সেই ছাঁয়া-মূৰ্ত্তিৰ ফালে চাই থাকিল। তেওঁ অনুভৱ কৰিলে যেন ধীৰ মন্থৰ গতিৰে, বতাহত মৃদু কঁপা শুভ্ৰ বসন পৰিহিত সেই ছাঁয়ামূৰ্ত্তি জোনৰ দেশৰ পৰা নামি অহা এটা অপাৰ্থিৱ পোহৰ, সশৰীৰে তেওঁৰ ফালে আগবাঢ়ি আহিছে। অলপ পৰ চাই থাকি তেওঁ অনুভৱ কৰিলে যেন জোনাক ৰাতিৰ সকলো ৰূপে এটি যুৱতীৰ মূৰ্ত্তিলৈ পৰিণত হৈ তেওঁৰ ফালে অগ্ৰসৰ হৈছে। তাইৰ চৰণৰ গতি পাতল, বতাহত ভৰি দি অহাৰ দৰে। আৰু কিছু ওচৰ পোৱাত তেওঁ দেখিলে যুৱতীৰ মুখত চন্দ্ৰৰ কিৰণ প্ৰতিফলিত হৈছে আৰু আকাশৰ বিৰাট নীলিমাৰ ছাঁ পৰি তাইৰ চকু দুটা এন্ধাৰ দেখাইছে। তেওঁ নীৰৱে অভিভূত ভাৱে সেই ফালে চাই থাকিল।

তেওঁৰ অতি ওচৰলৈ আহি কান্ধত হাত এখন থৈ শান্তিয়ে সুধিলে—

"ইমান ৰাতি আপুনি ইয়াত কি কৰিছেহি ?"

তেওঁ তাইৰ হাতখন হাতৰ মাজলৈ লৈ ক'লে, "শান্তি ! বহাচোন মোৰ ওচৰতে !"

"আজি আপোনাৰ কি হৈছে, আজি দেখোন বৰ ভাবি চিন্তি আছে ? আৰু মোৰ টোপনি আহিছে বুলি ভাবি বিচনাৰ পৰা উঠি আহি ইয়াত দেখোন অকলে বহি আছেহি ! আপোনাৰ হৈছে কি ?"

গিৰিয়েকৰ ওচৰত বহি তেওঁৰ শীতল হাতখন বুকুৰ মাজত সুমুৱাই লৈ তাই কৈ গ'ল।

"মই মোৰ জীৱনৰ পৰা নোহোৱা হোৱা দিন এটা আকৌ ঘূৰাই পাবৰ চেষ্টা কৰিছোঁ"—অকস্মাতে হেমন্তৰ মুখৰ পৰা ওলাল আৰু পিচ মুহূৰ্ত্ততে সেই কথাষাৰ যে তাইৰ কাৰণে অৰ্থহীন সেই উপলব্ধি কৰি তেওঁ লবালবিকৈ সুধিলে :

"তোমাৰ এটা কথা মনত পৰেনে শান্তি ?"

"কি কথা ?"

"আজি সাত বছৰমানৰ আগতে তোমালোক যোৱাৰ আগদিনা ৰাতি তুমিয়ে ময়ে এই বেঞ্চখনত যে বহিছিলোঁ।"

"ওঁ পৰেতো। সেইদিনাও এনেকুৱা জোনাকেই আছিল।" শান্তিৰ কথাৰ সুৰত প্ৰথম প্ৰণয়ৰ গভীৰতা। নতুনকৈ প্ৰকাশ পাইছিল।

"আজি মোৰ সেই ৰাতিটোৰ কথাই মনত পৰিছে।"

"মোৰ জানো মনত নপৰে বুলি ভাবিছে? কিন্তু মোৰ মনত পৰিলে আপোনাৰ দৰে আহি ইয়াত বহি নেথাকোঁহি।" শান্তিয়ে তেওঁৰ আৰু কাষলৈ চাপি গৈ ক'লে।

"আজি ইয়াত এনেকৈ বহাৰ, আৰু সেইদিনা ইয়াত বহাৰ মাজত জানো কিবা বিভিন্নতা আছে?" তাইৰ মূৰটো বুকুৰ মাজলৈ টানি নি হেমন্তই সুধিলে।

"যক মই ক'ব নোৱাৰোঁ।" শান্তিয়ে অবাধে নিজক এৰি দি ক'লে।

তেতিয়া এচপৰা বগা মেঘৰ আঁৰত জোনটো লুকাই পৰিছিল আৰু এটা ধোৱঁা বৰণীয়া পোহৰে তেওঁলোকৰে সৈতে গোটেই ভূমিকাটো ঢাকি ধৰিছিল।

অৰুণাচল : বহাগ : ১৮৭৮ শক

# মাধৱীলতা

হেমকান্ত পণ্ডিতৰ জীয়েক মাধৱীলতা বিয়াৰ দুবছৰ পুৰ নৌ হওঁতেই বিধৱা হৈ গিৰিয়েকৰ নিঃস্ব সংসাৰখনত জীয়াই থকাৰ উপায় নেপাই বাপেকৰ ঘৰলৈকে এদিন আকৌ ঘূৰি আহিল। আধুনিকতাৰ পৰা বহু আঁতৰত সৰু গাওঁখনৰ প্ৰায় সকলোৰেই সেইকথা গম পালে আৰু নিজৰ নিজৰ চৰিত্ৰ উপযোগী একোটা অভিমত প্ৰকাশ কৰিলে।

গৰীৱ বৃদ্ধ হেমকান্তৰ অন্তৰ গভীৰ দুখত ভাঙি পৰিল। সকলো কথাৰ কাৰণে ভগৱানৰ ইচ্ছাকে দায়ী কৰি বুঢ়াই নীৰৱে ভগা চালৰ তলত তেওঁৰ চেনেহৰ একমাত্ৰ কন্যাক আশ্ৰয় দিলে।

কিন্তু মাধৱীৰ প্ৰত্যাবৰ্তনৰ তিনিমাহ পাৰ নৌ হওঁতেই তাই সেই গাৱঁত এনে একুৰা জুই জ্বলাই তুলিলে যে তাৰ উত্তাপ আৰু দহনে গোটেই গাওঁখনকে অতিষ্ঠ কৰি তুলিলে।

পণ্ডিতৰ ঘৰ চলোৱাৰ ভাৰ পৰিল মাধৱীৰ ওপৰত। বাপেক আৰু সৰু ভায়েকটোৰে সৈতে মাতৃহীন সংসাৰখনত ঘৰৰ সকলো কাম কৰাৰ উপৰিও তাই বাহিৰলৈ ওলাব লগা হ'ল। মাধৱী নৈৰ পৰা পানী আনিবলৈ গ'ল, দোকানৰ পৰা নিমখ তেল কিনি আনিলেগৈ, কবিৰাজৰ পৰা বাপেকক পিত্তশূলৰ বড়ি আনি দিলে, হালোৱাটোক পথাৰত জলপান দি আহিলগৈ, ঘৰলৈ ঘূৰিবলৈ আগ্ৰহ নোহোৱা দমৰা গৰুটো সন্ধিয়া পৰত বিচাৰি গ'ল। মাধৱীৰ অবাধ গতি—মানুহে সময়ে-অসময়ে, বাটে-ঘাটে, যতে-ত'তে তাইক দেখা পালে।

মাধৱীলতাক দেখা পোৱাটো যিমানে সহজ হৈ পৰিল, সিমানে মানুহৰ চাবৰ স্পৃহা বাঢ়ি গ'ল। মানুহে দেখিলে বাইছ বছৰীয়া যৌৱনৰ পূৰ্ণতাৰে মনোৰমা এই বিধবাৰ কমনীয়তাৰ তুলনা নাই। তামোলৰ ৰঙেৰে ৰঙা ওঁঠৰ হাঁহিৰে, তোমোৰাৰ পাখীৰ দৰে নীল-কলা চকুৰে, তগৰ ফুলৰ দৰে নিভাজ মুখেৰে স্বাভাৱিক স্বাস্থ্যৰে উন্নত স্তনেৰে, ওথ-সুগঠিত দেহেৰে এই

অসামান্য গাভৰুজনীক কোনোবাই এবাৰ দেখিলে আকৌ এবাৰ চাবৰ আগ্ৰহ কৰা হ'ল।

পৰিমাণ স্বৰূপে গাঁৱৰ ডেকাবোৰে তাইক দেখা পোৱাৰ আশাত বাটে-ঘাটে প্ৰতীক্ষা কৰিলে, আদহীয়াবোৰ পচুলিৰ মুখলৈ ওলাল, তিৰোতাবোৰে খিৰিকি মুখৰ পৰা ভুমুকিয়ালে আৰু ল'ৰা-ছোৱালীবোৰে তাইক বেঢ়ি ধৰা হ'ল।

মাধৱীলতাৰ অন্তৰতম অন্তৰত এটা অভূতপূৰ্ব চেতনাই ঠাই পালে। গাভৰু কালত বিয়াৰ আগতে গাঁৱৰ দুই চাৰিটা ডেকাই তাইক জোকাইছিল। নৈৰ ঘাটত এদিন অকলশৰে লগ পাই লম্বোদৰে তাইক ভাল পাওঁ বুলি কৈ চুমা এটা খাবলৈ বিচাৰিছিল। সেইবোৰ কথা তাই আজিও পাহৰা নাই। কিন্তু আজি তাইৰ নাৰীহৃদয়ে অনায়াসে বুজিব পাৰিলে যে আজি সকলো মানুহেই তাইক এক নতুন দৃষ্টিৰে চাবলৈ ধৰিছে। যেন সৰ্বস্বান্ত মাধৱীৰ কিবা এটা অভাৱ আজি সকলোৱেই বুজিব পাৰিছে আৰু তাৰ বাবে যেন সকলোৱেই উদ্বিগ্ন হৈ পৰিছে। তেজমঙ্গহৰ দুৰ্বলতা আৰু লালসা-লিপ্ত মানুহবোৰৰ মাজেদি তাই ৰাজৰাণীৰ দৰে সগৰ্বে অহা-যোৱা কৰিলে ; তাই বুজিলে তাইৰ চকুৰ এটা কটাক্ষ দৃষ্টি, কথাৰ এটা সামান্য ইঙ্গিতেৰেই আজি তাই সকলোকে পৰাজয় কৰিব পাৰে।

সেইদিনা পুৱা শুই উঠি বাহি চোতাল সাৰি থাকোঁতেই অকাৰণতে মাধৱীৰ মনটো কিবা এটা অসন্তোষ আৰু খঙৰ ভাবেৰে ভৰি পৰিল। বিয়াৰ আগতে সদায় পানী অনা পিতলৰ কলহটো ক'লা পৰাটো তাই লক্ষ্য কৰিলে—কলহটো ভালকৈ ধুই আনিব লাগিব তাই ভাবিলে। ঘৰখনত তাইৰ সোমাই থাকিবৰ মন নোযোৱা যেন লাগিল। বাপেকক চাহটোপা দিয়েই আনদিনাতকৈ সোনকালে কলহটো লৈ নৈৰ পৰা পানী আনিবলৈ বুলি ওলাই গ'ল।

সাতাইচ বছৰীয়া ডেকা কাঠমিস্ত্ৰি নীলমণিয়ে বাটৰ আমগছজোপাৰ তলত অকলে লগ পাই ক'লে—

মাধৱী অলপ ৰচোন, ইমান কোবা-কোবিকৈনো ক'লৈ যাব ? কথা

এটা শুনি যা।

তোলৈ ব'ল্ল কিয় কটা—তোৰ লগত মোৰ কিছুৰ কথা আছে। অৱহেলাৰে তাই ক'লে।

তোক দেখিলে মনটো বৰ কেনেবা কেনেবা লাগে, নীলমণিয়ে ক'লে, বৰ ভাল লাগে অ' তোক মাধৱী।

কটাৰ পো। লোকৰ বাঁৰী তিৰোতা এজনী জোকাবলৈ তোৰ লাজ নেলাগেনে—নিধক। বুলি কৈ উচাট মাৰি মাধৱী গুচি গ'ল। পিছফালৰ পৰা চিঞৰি হাতৰ বাইচখন দেখুৱাই সি ক'লে—হেৰ ইমান কথা শুনোৱাতকৈ এই বাইচখনৰে বুকুতে এঘাপ মাৰি থৈ যা।

এনেকুৱা ঘটনা নতুন নহয় তাইৰ জীৱনত, সকলো কথা আওকাণ কৰি তাই আগবাঢ়িল।

লম্বোদৰহঁতৰ ঘৰৰ পছলি মুখ পাই তাই অলপ লাহে লাহে যাবলৈ ধৰিলে। তাক এবাৰ দেখা পাবলৈ তাইৰ অকস্মাতে এটা আগ্ৰহ হ'ল। কাকো নেদেখি তাই অলপ থমকি ৰ'ল—আজি হালখতি, এইপাত্ত চাগৈ শুয়েই আছে—তাই ভাবিলে। পুৰণি দিনবোৰৰ বহুত কথা তাইৰ মনলৈ আহিল। বিয়াৰ আগতে এনেকুৱা বহু ৰাতিপুৱা তাই সিহঁতৰ ঘৰৰ আগেদি পাৰহৈ গৈছে—লম্বোদৰৰ একেবোৰ কথাকে আমনি নলগাকৈ শুনিছে। আজিও হঠাতে তাইৰ মনত হ'ল যেন লম্বোদৰ ওলাই আহি তাইক এতিয়া সেইবোৰ কথাকে শুনাবহি। তাইৰ যে বিয়া হৈ গ'ল—দুটা বছৰ এটা মানুহৰ লগত মতা-তিৰোতা হিচাপে থাকি আহিল, আৰু এদিন অৱত ভুগি সেই মানুহটো মৰি থাকিল, এইবোৰ কথা ক্ষন্তেকপৰৰ বাবে তাইৰ মনত অবাস্তৱ সপোন যেন লাগিল।

তাইৰ বিয়া লম্বোদৰৰ লগতেই হ'ব বুলি ভাবিছিল—কিন্তু হৈ নুঠিলগৈ। বাপেকে ভাইতকৈ তাইৰ মৃত স্বামী পুষ্পধৰক বেচি পছন্দ কৰিলে। পাঠশালা স্কুলৰ পণ্ডিত বাপেক—কৈছিল বোলে পুৰুষৰ ভূষণ শিক্ষা—পুষ্পধৰে বোলে ইংৰাজী স্কুল পাচ কৰিছিল।

মাধৱীয়ে কেৱল দুখৰ পৰা এবাৰ লম্বোদৰক চাই লবৰ আগ্ৰহ হৈছিল।

তাক তাই বেচি ওচৰ চপাই এতিয়া আনিব নোখোজে, কাৰণ এতিয়াও তাইক লগ পালে সি আজি দুবছৰৰ আগৰ দিনবোৰৰ দৰে কথা ক'বলৈ বিচাৰে। কিন্তু লম্বোদৰক তাই দেখা নেপাই আকৌ আগবাঢ়িব খোজোতেই লম্বোদৰৰ বাপেক পঞ্চাশ বছৰীয়া বৰলা কণকচন্দ্ৰ জোপা এটাৰ আঁৰৰ পৰা হঠাতে ওলাই আহি সুধিলে—

অ' মাধৱী দেখোন, কোনফালে যোৱা ?

তাই প্ৰথমতে অলপ অপ্ৰস্তুত হলেও টপৰাই ক'লে— ক'লৈ যাওঁ কলহটো দেখিয়েই দেখোন বুজিব লাগিছিল। বুলি কৈ তাই আগবাঢ়িল।

শুনাচোন, পণ্ডিতৰ উদ্‌ফাই বেমাৰটো উক দিছে বুলি শুনিছিলো, এতিয়ামানে ভাল পাইছেনে ? কণকচন্দ্ৰই তাইৰ লগত কথা পাতিবৰ আগ্ৰহ লৈ' ক'লে।

ইমান যদি বেয়াই লাগিছে খবৰ কৰি আহিলেই হয় দেখোন—বুলি কৈ উচাট্ মাৰি মাধৱী গুচি গ'ল।

কণকচন্দ্ৰই গাত পৰি তাইৰ লগত কথা পাতিবলৈ অহাটো তাই ভাল নেপায়।

নৈৰ ঘাট পাই মাধৱীয়ে দেখিলে তাইতকৈ আগেয়ে আহি নৈৰ পাৰত লম্বোদৰ বহি আছেহি। তাক দেখি তাইৰ বুকুখন চিৰিং কৈ উঠিল। তাইৰ কৰবাত লুকাবৰ আগ্ৰহ হ'ল। কিন্তু তাই আগবাঢ়ি গৈ তাৰ ওচৰ পালেগৈ।

তই আহিবি বুলিয়েই পুৱাৰ পৰা ইয়াত খাপ দি আছোহি মাধু। তাইৰ মুখলৈ আগ্ৰহেৰে চাই লম্বোদৰে ক'লে।

অলপ পৰ চাই থাকি তাই ক'লে—গাৱঁত অতবোৰ তিৰোতা থাকোঁতে তই লোকৰ বাঁৰী তিৰোতা এজনীলৈ খাপ লৈ আছহি—কটা, তোৰ কবলৈ লাজ নেলাগিলনে ?

গালি আৰু কিমান দিন পাৰিবি—তোৰ গালি মোৰ এখন কাণেদি সোমাই আনখনেদি ওলাই যোৱা হ'ল।

মাধৱীয়ে কলহটো ধুপুচ কৰি বালিত থৈ তাৰ একেবাৰেই সমুখত থিয় হৈ ক'লে—খাৰু সচাকৈয়ে কচোন তই জানি শুনিও কিয় এনেদৰে মোৰ

পিচ লৈচ ?

মাধু ! মই তোক বিয়া কৰিম ।

আন্তৰিকতাৰে কোমল তাৰ অতি পৰিচিত ভাল-লগা মুখখনলৈ অলপ মনোযোগেৰে চাই থাকি মাধৱীয়ে ক'লে—গাৱঁত অতবোৰ ভাল ভাল ছোৱালী থাকোঁতে তোৰ মোলৈহে মৰম লাগিল নহয় ?

তোলৈ মৰমটো জানো আজিৰ, তই বুজিও নুবুজাৰ ভাও ধৰিছ ।

মোৰ যে বিয়া হৈ গ'ল—দুটা বছৰ আন এটা মানুহৰ লগত ঘৰ-সংসাৰ কৰি আহিলোগৈ, সেইটো কথা হবলা তই পাহৰিলি ?

মই সকলো জানো—সকলো বুজো মাধু, অনুনয়ৰ সুৰেৰে সি ক'লে—জানি শুনিও মই তোক পাহৰিব পৰা নাই ।

যা, যা. গাঁৱৰী তিৰোতাৰ লগত চুপতি মৰাতকৈ ঘৰত কোৰ মাৰগৈ—তোৰ লগত চুপতি কৰি থাকিবলৈ মোৰ সময় নাই । বুলি কৈ মাধৱীয়ে কাষলৈ কলহটো তুলি ললে ।

যা বাৰু । এতিয়া কঠিয়াতলিত সোমোৱা গৰু খেদোৱাদি খেদাইছ, বাৰু যাওঁ । মনে নেমানে কাৰণে আহিছো আৰু তই দুখ দি ৰং পাইছ । বুলি কৈ অভিমান কৰি লম্বোদৰ গুচি গ'ল ।

মাধৱীয়ে কিছুপৰ চাই থাকিল । ডাঠ ক'লা চুলিৰে সৈতে তাৰ ডাঙৰ মূৰৰ পিচফালটো, জাতিলাওৰ দৰে তাৰ কলাফুল দুটা, চাব্বিচ বছৰীয়া ডেকাৰ উদ্ধত খোজ কেইটা তাইৰ ভাল লাগিল । মনে মনে তাই ভাবিলে সি সচাকৈয়ে বেজাৰ পালে নেকি ? তাইৰো তাক দুখ দিবৰ অকণো আগ্ৰহ নাই । তেনেকৈ নকলেও নহয়, সি জোক লগাদি লাগি থাকে—তাই ভাবি অন্ত নেপায় ।

পানী একলহ ভৰাই বালিৰ ওপৰত থৈ তাই নৈলৈ নামি গ'ল । তাইৰ সাতুৰিবৰ মন গৈছিল—সেইখন নৈত তাই সকৰে পৰা কিমান যে সাতুৰিলে এতিয়া সেই কামটো তাইৰ কাৰণে নিসিদ্ধ যেন লাগিল । ইফালে সিফালে চাই ওচৰত কাকো নেদেখি তাই পানীত জুবুৰি মাৰিলে । শুদা গাৰ বিছাখন আউঁৰাই পিতৰ কলহৰ পেটটোৰ দৰে শকত, মিহি আৰু সুদৃঢ়

বুকুখন ঘঁহিলে আৰু নিজৰে অলপ লাজ লাগিল। গা ধুই পানীলৈ তাই ঘৰলৈ ঘূৰিল।

এটা ক্লান্ত দিনৰ শেষত আবেলি অলপ অৱসৰ পাই তাই লাহৰীহঁতৰ ঘৰলৈ গ'ল। তাইৰ প্ৰায় সমবয়সীয়া বন্ধু। এবটা তামোল আগত লৈ দুয়োজনীয়ে মেল মাৰিলে, হাঁহিলে, পাৰেমানে তামোল খালে। লাহৰিৰ তিনি বছৰীয়া কেঁচুৱাটোক মাধৱীয়ে মৰম কৰি চুমা খালে। বহাগে বহাগে তাইৰ বিয়া কেইবছৰ হৈ গ'ল তাৰ এটা হিচাপ মাধৱীয়ে মনে মনে কৰি পেলালে আৰু ভাবিলে যে ঈশ্বৰে দিওঁ বোলাহলে আজি তাইৰো সিমান ডাঙৰ—সিমান মৰমৰ এটা কেঁচুৱা থাকিলহেঁতেন।

চোতালত লাহৰীৰ গিৰিয়েকৰ মাত শুনি মাধৱী লৰালৰিকৈ উঠিল। পেটে পেটে সেই মানুহটোক তাই অকণো দেখিব নোৱাৰে। গাৱঁৰ মাজতে সি দোকান এখন দিয়ে—চতুৰ মানুহটো। দঁতুৱা, আপচু দেখিবলৈ কলা—। লাহৰীজনী ধুনীয়া—অকণো নিমিলে সিহঁতৰ জোৰাটো, তাই মনে মনে ভাবিলে।

তাইক দেখিলে সি নিলাজৰ দৰে থৰ লাগি চাই থাকে। তালৈ তাইৰ কিবা এটা ভয় আৰু লাজ লাগে। কিন্তু সেই কথা তাই ফুটাই ক'ব নোৱাৰে।

সেইদিনা গধুলি ভাত খাবলৈ বহি কোনো পাতনি নোহোৱাকৈ পণ্ডিতে জীয়েকক ক'লে—আই, কণকচন্দ্ৰ গাৱঁৰ ভিতৰত প্ৰতাপী মানুহ। ধনে-জনে জয়-জয়—ময়-ময়। বুঢ়াই বোলে এতিয়া আকৌ বিয়া কৰে।

বুঢ়াৰ পৰকিতি লৰিছে যেন পাইছো। তাই ক'লে।

এৰা। আজি মোক মাতি নি বহুত কথা ক'লে। পুতেক লম্বোদৰ ডেকা হ'ল। বিয়াৰ কথা উলিয়াওঁতে ভাবিছিলো পুতেকৰ বিয়াৰ কথা কৈছে—পিচে ক'লে বোলে নিজেহে হেনো বিয়া কৰে—নহলে বোলে ঘৰ চলাই টান হৈ পৰিছে।

লম্বোদৰৰ কথা ওলালত মাধৱী অলপ অন্যমনস্ক হৈ পৰিল। পুৱা নৈৰ ঘাটত সি কোৱা কথাখিনি তাইৰ মনত পৰি গ'ল।

লোকে কি কবে, কি নকবে আমাৰ কি হ'ল পিতাই। কৰক বুঢ়াই বিয়া। মাধৱীয়ে ক'লে।

কিন্তু ৰবি আই, চিন্তিত ভাবে বাপেকে ক'লে, বুঢ়াই মোক চিন্তাত পেলালে, তেওঁ বোলে তোকহে বিয়া কৰে।

কি কলি পিতাই। মোক বিয়া কৰে? বুঢ়াৰ পেটত ইমান কথা আছে বুলি মই সপোনতো ভবা নাছিলো। তই পিচে কি কলি?

মই কলো বোলো মইতো তাইক এতিয়া বিয়া দিওঁ বুলিয়েই দিব নোৱাৰো। তাই বিধবা মানুহ এই বিষয়ত তাইৰ ওপৰত মোৰ এক্তিয়াৰ নাই।

চা পিতাই, দৃঢ়ভাৱে তাই ক'লে, মই যদি তোৰ গলগ্ৰহ হৈছো বুলি নেভাব, মোক এগাল কৰকৰা পঁইতা ভাত দিবলৈ যদি তই টান নেপাৱ তেনেহলে তই মোক আকৌ বিয়া দিয়াৰ কথা নেভাবিবি। মই এমুঠি খুজি মাগিও খাম লাগিলে তথাপি মোৰ পৰা এনে কথা হ'ব নোৱাৰে।

কথাষাৰ কোৱাৰ লগে লগে মাধৱীৰ চকুৰ পানী বৈ আহিল।

তই দুখ নকৰিবি আই, সান্ত্বনা দি পণ্ডিতে ক'লে, মই চকু জুমুদো মানে তোৰ চিন্তা নাই। মই এই আঢ়েকুৰি বছৰীয়া বুঢ়ালৈ তোক বিয়া দিয়াৰ কথা কোনো কালে ভবা নাই। তই যি ভাল পাৱ কৰিবি।

বাপেকৰ কাঁহীত আৰু এগাল ভাত দি হুমুনিয়াহ কাঢ়ি তাই ক'লে—পিতাই মই মৰা হলেই ভাল আছিল।

ওৰে ৰাতি মাধৱীৰ টোপনি নাহিল। পাৰ নোহোৱা চিন্তাই তাইৰ মনটো পুৰ কৰি ৰাখিলে। আকৌ এখন সংসাৰ—তাই ভাবিলে, মূৰৰ ওপৰত এখন চাল, চিন্তা নোহোৱাকৈ দুবেলা দুমুঠি খাবলৈ পোৱা, লাহৰীৰ কেঁচুৱাটোৰ দৰে থুনুক-থানাক মাতেৰে এটা কেঁচুৱা, এইবোৰনো কোন তিৰোতাই নিবিচাৰে!

কিন্তু কাক লৈ তাই এনে এখন সংসাৰ পাতিব? স্বভাৱজাত—বোধশক্তিৰে তাই বুজিব পাৰিলে যে এনে এখন সংসাৰ গঢ়িব পাৰি প্ৰকৃত ভালপোৱা অৱলম্বন কৰিহে। কিন্তু তাইক কোনে ইমান ভাল পায়? যাক লৈ

তাই সংসাৰখন আকৌ পাতিব ? তাই ভাবিলে।

হঠাতে তাই অনুভৱ কৰিলে যে তাইক কোনেও ভাল নেপায়। নহলে ডেকা পুতেক আৰু বুঢ়া বাপেক দুয়ো তাইক বিয়া কৰিবলৈ ওলায়নে ? তাইৰ নাৰী হৃদয়ে অপ্ৰয়াসে বুজিব পাৰিলে যে কেবল এটা দৈহিক আকৰ্ষণ আৰু লালসাৰ যোৰত কণকচন্দ্ৰই তাইক বিয়া কৰিবলৈ ওলাইছে—নীলমনিয়ে তাইক অপদস্থ কৰিছে, লাহৰীৰ গিৰিয়েকে নিলাজ দৃষ্টিৰে তাইৰ মুখলৈ চাইছে। লম্বোদৰৰো সেই একেই অৱস্থা। ই ভালপোৱাৰ ভাওনাৰ নিচিনা কথা। কণকচন্দ্ৰ বুঢ়াটোক তাই ঘিণ কৰে। এই বয়সত তাইৰ দৰে এজনী গাভৰুৰ প্ৰতি তাৰ লোভৰ কথা ভাবি তাইৰ ঘিণ লাগে। ·· লম্বোদৰ একা ? কেতিয়াবা অকস্মাতে তালৈ তাইৰ মৰম লাগি যায়। কিন্তু লম্বোদৰৰ একোৰে অভাৱ নহয়। গাৱঁত আৰু ছোৱালী আছে— ইচ্ছা কৰিলে সি এজনী বাচি লৈ বিয়া কৰিব পাৰে।

যথাৰ্থতে তাই আজি সকলোৰে কাৰণে অনাৱশ্যক হৈ পৰিছে। দুবছৰৰ আগতে মৰি যোৱা তাইৰ মানুহটোলৈ মনত পৰিল। ভাবি ভাবি মাধৱীৰ চকুদুটা সেমেকি পৰিল।

পুৱা বাপেক পাঠশালালৈ যোৱাৰ পাচত মাধৱীয়ে গৰখীয়া ল'ৰা এটাক পাচি লম্বোদৰক মতাই আনিলে।

তাইৰ এই অযাচিত আহ্বানিত উত্ৰাৱল হৈ লম্বোদৰ তাইৰ ওচৰ পালেহি।

মাধৱীয়ে তাক আথে-বেথে বহিবলৈ দি কোমল চাউলৰ জলপান এটা আৰু চাহ এবাতি আনি দি ক'লে,

পানীটোপা খা। আজি বহুত দিন তোক চাহ-পানী এবাতিও খুউৱা মনত নপৰে।

এই অপ্ৰত্যাশিত স্নেহত প্ৰফুল্লিত হৈ লম্বোদৰে ক'লে, খুউৱাৰ কথা এৰিছোৱেই। আজিকালি তোৰ পৰা কেটেৰা-জেঙেৰাৰ বাহিৰে মিঠা মাত এটাও নোপোৱা হলো।

এতিয়া চুপতিৰ সময় নহয়, মাধৱীয়ে ক'লে, তই কৈছিলি নহয়—তই

সঁচাকৈয়ে মোক ভাল পাৱনে ?

তাত তোৰ কিবা সন্দেহ আছে নেকি ?

মোলৈ যদি তোৰ সচাই মৰম আছে তেনে মই তোক যি কৰিবলৈ কওঁ তাকে তই কৰিবিনে ?

তই ক'লে মই ডিঙিত চিপজৰী লবলৈও সাজু আছো। আন্তৰিকতাৰে সি ক'লে।

শুন তেনে। আজিৰ পৰা তই মই মৰিলো বুলি ভাবি ল। মোক বিয়া কৰোৱা কথা এৰি পেলা। তই বহুত ভাল ছোৱালী পাবি। মই তোৰ লায়কৰ নহওঁ। দৃঢ় ভাবে তাই ক'লে।

নিৰ্বাক লম্বোদৰে কেবল তাইৰ মুখলৈ থৰ লাগি চাই থাকিল।

মই বিধবা মানুহ। মই এটা মানুহৰ লগত দুবছৰ ঘৰ-সংসাৰ কৰি খাই আহিলো। মই তোৰ বাপেৰৰ দৰে বুঢ়া—বৰলা মানুহৰহে যোগ্য। তই ল'ৰা মানুহ, তোৰ এতিয়া বহুত কথা বুজিবলৈ বাকী আছে। তই বিয়া-বাৰু কৰ, ঈশ্বৰে কৰিলে তই সুখী হবি।

আচৰিত হৈ লম্বোদৰে তাৰ সৰল কোমল দৃষ্টি তাইৰ মুখৰ ওপৰত থৈ ক'লে,

তই কিয় এইবোৰ কথা কৈছ মই বুজা নাই। মোলৈ তোৰ অকণমান মৰম আছে বুলি ভাবিছিলো ; কিন্তু এতিয়া বুজিছো সি মিছা। বাৰু যেই হওক তই মোক খোলা-খুলিকৈ কৈ দে মই কি কৰিলে তই সুখী হ'বি ? মই তাকে কৰিম।

এটা অব্যক্ত দুখৰ বোজাৰে গধুৰ মাতেৰে মাধৱীয়ে ক'লে, আজিৰ পৰা তই মোক তোৰ ভনী বুলি ভাবিবি।

সাধাৰণতে চঞ্চল লম্বোদৰে এটা অসাধাৰণ গাম্ভীৰ্য্যৰে ক'লে, মাধু ! আজি বহুদিন ধৰি তই মোৰ তিৰোতা হবৰ লায়ক বুলিয়েই মই ভাবি আহিছো। আৰু তোক মই সেই চকুৰেই চাই আহিছো। আজি হঠাতে ভনী বুলি ভাবি লোৱাটো মোৰ পক্ষে টান কথা। গতিকে মই তোৰ পৰা আতঁৰি থকাই ভাল। আজিৰ পৰা তই মোৰ মুখ নেদেখ। তয়ে সুখী

হ'। বাৰু যাওঁ দে।

তাই যে নিজক কিবা এটাৰ পৰা বঞ্চিত কৰিছে, হাতৰ মুঠিৰ ভিতৰত পোৱা—অকণমান সুখ তাই দলিয়াই পেলাইছে সেই কথা মাধৱীয়ে অনুভূতিৰ গভীৰতাৰ মাজে বুজিব পাৰিলে। কিন্তু তাকে কৰিব পৰাৰ এটা নিৰ্বোধ আনন্দ আৰু স্বেচ্ছাকৃত ত্যাগৰ মহানতাৰ এটা পুলকো তাই লগে লগে অনুভৱ কৰিলে।

সি যোৱালৈ তাই স্থিৰ দৃষ্টিৰে চাই থাকিল। সি চকুৰ আঁতৰ হলত পীৰাখনত বহি আঠু দুটাৰ ওপৰত মুৰটো থৈ পাৰেমানে কান্দিলে। তাই অনুভৱ কৰিলে যেন তাইৰ গিৰিয়েক মৰিবৰ দিনাও তাই এনেকৈয়ে দুখ পাইছিল আৰু এনেকৈয়ে চকুপানী টুকিছিল।

—১৯৫৯—

# অভাৰকোট

পাঁচ বছৰীয়া পুৰণা এটা টুইডৰ কোট, এটা ডাঠ ক্ৰীম ৰঙৰ চুৱেটাৰ আৰু এখন হালধীয়া মাফলাৰেৰে চুৰীৰ ধাৰৰ দৰে চোকা ছিলঙৰ তিনিটা শীত কটোৱাৰ পাচত, এদিন মাধৱ বৰুৱাই হঠাতে ভাবিলে যে এইবাৰ তেওঁ এটা অভাৰকোট ল'ব। এইবেলি জাৰটো মহাৰাজ অহাদি 'অতি পয়োভৰেৰে আহিন মাহৰ মাজ ভাগতে আহি পৰিল। তেওঁকো যে এটা ভাল অভাৰকোট লাগে, সেই কথাটো তেওঁ আজি বহুত দিনৰ মূৰত হঠাতে অনুভৱ কৰি পেলালে।

ডেকাকালত তেওঁ এটা অভাৰকোট লৈছিল। সি আজি ভালেমান বছৰৰ আগৰ কথা। খাটি উলৰ নিমজ, কোমল, গাভৰুৰ মূৰৰ চুলিৰ দৰে কিচ্ কিচ্ কৰে ক'লা কাপোৰেৰে, নগৰৰ শ্ৰেষ্ঠ দৰ্জিটোৱে সেই সময়ৰ ফেচনৰ লগত খাপ খুৱাই তৈয়াৰী কৰা সেই কোটতো তেওঁ প্ৰায় এযুগ পিন্ধিছিল। শেষত তাৰ জেপবোৰ আৰু কলাৰটো পচি ফাটি গৈ ওপৰৰ কলা ৰঙৰ চিকমিকনি এটা যুগৰ ধূলি-মাকতিৰে বিবৰ্ণ হোৱাৰ পিচত, এদিন ঘৈণীয়েক সৰিতাই তাক কাটি, ধুই, কেঁচুৱাৰ বিছনাৰ তলত পৰা কাপোৰলৈ পৰিণত কৰিলে। তেতিয়াৰে পৰা আজি তিনি বছৰ মাধৱে অভাৰকোট পিন্ধা নাই।

অফিচত দপ্ দপ্‌কৈ জ্বলি থকা কয়লাৰ চিমনিটোৰ ফালে পিঠি দি থিয় হৈ, বাহিৰত অক্টোবৰ মাহৰ পাতল বৰষুণ জাক ৰাস্তাটোৰ শিলবোৰৰ ওপৰত পৰালৈ লক্ষ্য কৰি মাধৱে হঠাতে এই সিদ্ধান্ত কৰি পেলালে।

দিন যোৱা, ডাঠ, গৰম কিন্তু সস্তীয়া কাপোৰৰ এটা কোট তেওঁ ল'ব। এই বয়সত বিলাস, ষ্টাইল—ফেচন, এইবোৰৰ কাৰণে বৰকৈ নেভাবিলেও হ'ল। বিমান ফুকনক এই বিষয়ে তেওঁৰ এবাৰ সুধি চাবৰ আগ্ৰহ হ'ল। এই অফিচত বিমান ফুকন সকলোতকৈ ভাল পোছাক পিন্ধা মানুহ বুলি এটায়ে জানে। ফুকন যদিও প্ৰায় তেওঁৰ সমবয়সীয়া, যদিও দুই-চাৰিডাল পকা চুলি তেওঁৰ ধুনীয়াকৈ আঁচোৰা ঘন ক'লা চুলিৰ মাজৰ পৰা চকুত

পৰা হৈছে, যদিও পাঁচোটা ল'ৰা-ছোৱালীৰে বাঢ়ি অহা সংসাৰখন চাৰিশ টকাৰে চলোৱাটো তেওঁৰ পক্ষে কঠিনতৰ হৈ আহিছে বুলি সদায়ে আপত্তি কৰি আহিছে, তথাপি নিজৰ সাজ-পোচাকটো ধুনীয়া আৰু পৰিপাটিকৈ পিন্ধাত তেওঁ কোনো কালে কাৰ্পণ্য কৰা নাই।

আধুনিকতা, নতুন টেষ্ট্ নতুন ডিজাইনৰ বিষয়ে কোনোবাই কিবা জানিব খুজিলে প্ৰথমে ফুকনক সুধি লোৱাতো বহুতৰে অভ্যাস হৈ পৰিছে। কিন্তু আঁতৰত ফাইল এটাৰ ওপৰত মনোযোগ দি বহি থকা বিমানক মাধৱে তেওঁৰ ওচৰলৈ মাতি নি ক'লে,

বুইছা—এটা অভাৰকোট ল'ব খুজিছো। এটা গৰম, দিনযোৱা ভাল অভাৰকোট। তুমি কি কোৱা?

বিমান ফুকনে তেওঁৰ সোত-মোচ হৈ থকা ব্লাচ্‌ষ্টৈড্ ফ্লেনেলৰ ট্ৰাওজাৰচটো আৰু ৰঙা চেকেৰে ডাঠ টুইড্‌ৰ কোটতো ভালকৈ লক্ষ্য কৰি, জুইত হাত দুখন সেকি ক'লে,

অভাৰকোট! বেচ, লোৱা এটা অভাৰকোট। ছিলঙৰ পুহমহীয়া জাৰটো খেদাবলৈ কোট এটা চবকে লাগে।

ক'ত চিলালে ভাল হ'ব কোৱাচোন বাৰু? কম দামৰ হ'লেই ভাল, কোনোমতে জাৰ গুচিলেই হয়। ভাল কোট মানে মাধৱে তাকেই অৰ্থ কৰিছিল।

হেচিয়ানৰ কোট এটা চিলাই পিন্ধিলেও জাৰ গুচিব। যদি অভাৰকোট ল'ব খুজিছা, ভাল এটা লোৱা। মডাৰ্ন টেইলাৰচত এটা ডাৰ্কব্ৰাউন ৰঙৰ ধুনীয়া কাপোৰ আছে। ভিতৰত এটা ভাল চিল্ক লাইনিং দি চিলাই লোৱা—আঠানব্বৈ ডিগ্ৰী ফাৰেণ হিটৰ মাজত সোমাই থকা যেন লাগিব—দেখিবলৈও ভাল হ'ব। দাম পৰিব কিন্তু এশ দহ টকা।

সাজ-পোচাকৰ বিষয়ে বিশেষ জ্ঞান থকাৰ ভাবেৰেই ফুকনে ক'লে আৰু এই বিষয়ত তেওঁ যে অতি-আধুনিক ৰুচিৰ খবৰো ৰাখিছে তাক প্ৰকাশ কৰিবৰ বাবে লগতে যোগ কৰিলে—শৰ্মা চাহাবে বিলাতৰ পৰা অনা মেকিনটোচটো মন কৰিছানে? ধুনীয়া এছ কালাৰৰ মিহি অথচ মজবুত

গেবাৰ্ডিনৰ কাপোৰ, ভিতৰত এটা এক্সট্ৰা পেড্ আছে। গৰমত পেড্‌টো খুলি থব পাৰি, বৰষুণতো পিন্ধা—জাৰতো পিন্ধা, আৰাম আছে। ইয়াত পোৱা হ'লে মৰ্য়ো এটা ললোহেঁতেন।

তাৰ পিচতো মাধৱে বিমানৰ লগত আৰু ভালেমান পৰ তৰ্ক কৰিছিল। আবেলি ঘৰলৈ আহি চাহ খাওঁতে তেওঁ ঘৈণীয়েক সৰিতাক ক'লে যে তেওঁ এটা অভাৰকোট ল'ব। কোটতো লবলৈ যে তেওঁৰ এটা চখ্ এটা সাধ হৈছে তাক সৰিতাৰ আগত প্ৰকাশ নকৰি তাৰ আৱশ্যকতা বুজাবৰ বাবে তেওঁ ক'লে যে এতিয়া জাৰৰ দিনত অফিচৰ পৰা আহোতে গধূলি হয়—জাৰ লাগে, এটা কোটৰ আৱশ্যক।

আপুনি কোট এটা লব খুইছে লওক, কিন্তু এবেলি লখিমীকো গৰম কোট এটা দিব পাৰিলে। তাই এতিয়া ডাঙৰ হৈছে, তাইৰ লগৰ ছোৱালী এটাইবোৰে আজিকালি ওলোৱা সেই দীঘল কোটবোৰ পিন্ধিছে। তাই সেই পুৰণা ছুটি কোটতো পিন্ধিবলৈ বেয়া পায়।

ঘৈণীয়েকৰ কথাত মাধৱৰ খং উঠিল—কিবা এটা অসন্তোষ, বেজাৰৰ ভাবেৰে তেওঁৰ মনটো ভৰি পৰিল। তেওঁ যেতিয়া অভাৰকোটৰ কথা ভাবিছিল, তেতিয়া তেওঁ কেৱল নিজৰ কথাইহে ভাবিছিল। আজি বহুদিন তেওঁ নিজৰ কথা, নিজৰ অভাৱ, নিজৰ আহ্লাদ-অভিলাষৰ কথা ভবা নাই বা ভাবিবৰ সময় পোৱা নাই। সোতৰ বছৰৰ পুৰণা সংসাৰখনত তেওঁ আজি বহুদিন ধৰি তেওঁ নিজৰ সংসাৰখনৰ কথা তেওঁৰ ল'ৰা-ছোৱালী আৰু তিৰোতাৰ কথাই বেচিকৈ ভাবিছে। সিহঁতৰ বাবেই জীয়াই থকা, কষ্ট আৰু ত্যাগ কৰাকে সাৰ্থক যেন অনুভৱ কৰিছে।

অথচ আজি এবাৰ যেতিয়া তেওঁ কেৱল নিজৰ বিষয়েই চিন্তা কৰিলে, তেতিয়া তেওঁৰ প্ৰিয়তমা পত্নীয়ে জীয়েক লখিমীৰ কথা লগতে নভবাকৈ তেওঁৰ কথা ভাবিব নোৱাৰিলে। কিয় নোৱাৰিলে তাক চিন্তা কৰি মাধৱ ব্যথিত হ'ল—কিন্তু লগতে ইয়াকো বুজিলে যে এই দুখৰ কোনো যুক্তি নাই।

সেই প্ৰথম জীৱনৰ প্ৰথম কলা অভাৰকোটতো লবৰ সময়ত তেওঁৰ

আছিল অবাধ স্বাধীনতা। সেইদিনা সৰিতাও নাছিল, লখিমীও নাছিল। কিন্তু পূৰ্ণিমা আছিল। তেওঁৰ ওপৰত কোনো অধিকাৰ, কোনো দাবী নোহোৱাকৈ আকাশৰ চন্দ্ৰৰ দৰেই পূৰ্ণিমা তেওঁৰ পৰা বহু আঁতৰত আছিল।

আঘোণ মাহৰ কোনোবা এদিন শীতল জোনাক ৰাতি ঘোৰ-কৃষ্ণৰঙী কোটটো পিন্ধি তেওঁ পূৰ্ণিমাহঁতৰ ঘৰলৈ যোৱা যেন মনত পৰে। আজি সুদীৰ্ঘ একুৰি বছৰৰ পিচত আকৌ এবাৰ মাধৱৰ পূৰ্ণিমালৈ মনত পৰিল। পূৰ্ণিমাক তেওঁ ভাল পাইছিল। কিন্তু অদৃষ্টৰ লিখন পূৰ্ণিমাৰ ঠাইখন আজি সৰিতাই অধিকাৰ কৰি বহিল। তাৰ বাবে তেওঁ কোনো কালে দুখ কৰা নাই—আজিও নকৰে—কিন্তু আজি অকস্মাতে জীৱনৰ দ্বিতীয় অভাৰকোটটো লবৰ সময়ত অৱস্থাৰ দুটা সম্পূৰ্ণ বেলেগ পৰিস্থিতিৰ পাৰ্থক্য তেওঁ অনুভৱ কৰি পেলালে।

চাহ খাই উঠি তেওঁ পুলিচ বজাৰলৈ ওলাই গ'ল। কোনে কি পোচাক পিন্ধিছে সেই কথালৈ তেওঁ কেতিয়াও লক্ষ্য কৰা নাই; কিন্তু সেইদিনা তেওঁ ৰাস্তাই দি অহা-যোৱা কৰা মানুহবোৰে অভাৰকোট পিন্ধিছেনে নাই তালৈ লক্ষ্য কৰিলে।

পুলিচ বজাৰ পাই ৰাস্তাৰ কাষৰ এখন দোকানৰ সমুখত তেওঁ কিছু পৰ থিয় হ'ল। সন্ধিয়া পৰত ব্যস্ত মানুহবোৰ কিবা একোটা উদ্দেশ্য লৈ কৰবাৰ পৰা আহি কৰবালৈ গুচি যোৱাটো তেওঁ কিছুপৰ বৈ চাই থাকিল। হঠাতে অভাৰকোট পিন্ধা এজন মানুহ আহি তেওঁৰ ওচৰৰ দোকানখনত কিবা বস্তু কিনাত ব্যস্ত হৈ পৰিল। মাধৱে লাইটৰ পোহৰত তেওঁৰ চোলাটো লক্ষ্য কৰিলে। কোটটো নতুন যেন অনুমান হ'ল। মডাৰ্ণ টেইলাৰচতেই হয়তো চিলাইছে, মাধৱে ভাবিলে, কোটটো ভালেই হৈছে; কিন্তু ডবল ব্ৰেষ্টৰ নোহোৱা হলে হয়তো আৰু ভাল হলহেঁতেন।

বিমান ফুকনে কোৱা কথাখিনি তেওঁৰ স্পষ্ট মনত আছে—ফুকনে কৈছিল ডবল ব্ৰেষ্ট আধুনিক ষ্টাইল নহয়। আজিকালি চিঙ্গলব্ৰেষ্টহে ফেচন হৈ পৰিছে। কোট চিঙ্গল ব্ৰেষ্টৰ কৰাবা, কলাৰটো অলপ সৰু, লুজ ফিটিংচ, চাৰিটা বুটামেৰে সৈতে আঁঠুৰ পৰা চাৰি ইঞ্চি ওপৰত কোটটো হ'ব লাগে।

সেয়ে লেটেষ্ট ষ্টাইল।

লাহে লাহে তেওঁ মডাৰ্ণ টেইলৰচ্‌ৰ দোকানৰ ফালে আগবাঢ়িল। বিমল ফুকনে কোৱাৰ নিচিনা কোট এটাই তেওঁ ল'ব—মাধৱে ভাবিলে। ডাৰ্ক ব্ৰাউন ৰঙৰ···এশ দহ টকা দামৰ। অতবোৰ টকা—তেওঁৰ মাহেকীয়া দৰমহাৰ প্ৰায় এক তৃতীয়াংশ ধন খৰচ কৰি এটা নতুন অভাৰকোট লবলৈ আজি তেওঁৰ এই অদ্ভুত আগ্ৰহ কিয় হ'ল তাৰ এটা কাৰণ তেওঁ ভাবিবৰ চেষ্টা কৰিলে। সৰু ল'ৰা-ছোৱালীয়ে ললিপপৰ লোভ সামৰিব নোৱাৰাৰ দৰে লাগিল তেওঁৰ নিজৰ আগ্ৰহটো।

আজি তিনিবছৰে অতবোৰ ধন খৰচ কৰি এটা কোট লোৱাৰ কথা তেওঁ ভবা নাই। আজিও সেই বস্তুটো তেওঁৰ দুষ্প্ৰাপ্য যেন লাগিছে।

দুষ্প্ৰাপ্য নহলে, সহজে লাভ কৰিলে কোনো বস্তু পোৱাৰ আনন্দ নেথাকে—মাধৱে ভাবিলে, হয়তো, বিচৰাটোৱেই সুখ—মানুহৰ জীৱনত পোৱাতকৈ নোপোৱাৰ দাম বেচি। জীৱনটোৱেই কেৱল এটা আশা—এটা সম্ভাৱনা, এটা অভিলাসৰ সপোন। তেওঁ কেৱল বিচাৰিছে, লাভ কৰাৰ সপোন দেখিছে, বিচাৰি ফুৰাৰ তৎপৰতাত আনন্দিত হৈছে।

অতবোৰ কথা অতবোৰ সমস্যা অতবোৰ চিন্তাই তেওঁক চাৰিওফালৰ পৰা আগুৰি আছে—তাৰ ভিতৰতে কোট এটা লোৱাৰ সমস্যাটো যে ইমান জটিল হ'ব পাৰে তাক ভাবি মাধৱৰ পেটে পেটে হাঁহি উঠিল।

মডাৰ্ণ টেইলাৰচৰ সমুখত থিয় হৈ ৰাস্তাৰ পৰাই তেওঁ শ্ব'কেচত সজাই থোৱা কাপোৰবোৰ নিয়ন লাইটৰ পোহৰত এবাৰ চাই লৈ দোকানৰ ভিতৰ সোমাল। লগে লগেই এজন চেল্‌চমেনে ব্যস্তভাৱে তেওঁৰ ওচৰলৈ আহি সুধিলে।

ইয়েচ চাৰ! হাউ কেন আই চাৰ্ভ ইউ?

পাতল ডাড়িৰে সৈতে তাৰ নিপোটল বগা মুখখনলৈ চাই মাধৱৰ অকাৰণতে বিৰক্তি উপজিল।

ইহঁতে গ্ৰাহকক ধৰিবলৈ বনৰ মাজত বাঘে চিকাৰলৈ জোপ লোৱাদি বৈ থাকে। সৰু সৰু কৈ ইংৰাজী মাতি এগুণৰ ঠাইত দুগুণ দাম লয়। মোৰ

দৰমহাটোৰ তিনি ভাগৰ এভাগ যেন মই ইইঁতলৈহে ঘটিছিলো ! মাধৱে মনে মনে ভাবিলে আৰু লগে লগে তাক অভাৰকোটৰ কাপোৰ দেখুৱাবলৈ ক'লে ।

কাউণ্টাৰৰ ওপৰত এদম কাপোৰ মেলি দি মাধৱে মনোযোগেৰে পিটিকি চোৱা কাপোৰটো তেওঁৰ সমুখত বহলকৈ মেলি দি চেল্‌চ্‌মেনটোৱে ক'লে,

ফাৰ্ষ্ট'ক্লাচ মেটিৰিয়েল চাৰ ! দি কালাৰ অলচ চুটচ্ ইউ ৱেল ।

ইয়াতকৈ ভাল কাপোৰ নাইনে ? মাধৱে সুধিলে, ডাৰ্ক ব্ৰাউন ৰঙৰ হ'লে ভাল হয় ।

মানুহটোৱে আৰু কিছুমান কাপোৰ তেওঁৰ আগত মেলি দিলেহি । এশ পাছ টকাত এটা অভাৰকোটৰ অৰ্ডাৰ দি মাধৱ ঘৰলৈ ঘূৰিল ।

কিন্তু তেওঁ ঘৰলৈ আহি দেখিলে যে তেওঁৰ মনটো এটা বিস্ময়ৰ ভাবেৰে পৰিপূৰ্ণ হৈ পৰিছে । এশ পাঁচ টকা খৰছ কৰাৰ বাবে তেওঁ পৰোৱা কৰা নাই । অপব্যৱহাৰ কৰিব পৰাৰ পৰিমাণে ধন তেওঁ কোনো কালে অৰ্জন কৰা নাই । তদুপৰি তেওঁ ভাবি আহিছে যে ধন ভালকৈ খৰছ কৰিব জনাটো এটা আৰ্ট । আৰু এই আৰ্টটো তেওঁৰ ভালকৈ জনা আছে । তেওঁৰ দুখ লাগিল লখিমীলৈ কোট এটা কৰা নহ'ল বুলি ।

লখিমীলৈও তেওঁ এটা কোট কৰিলেহেঁতেন—কিন্তু সেই কথাটো সৰিতাই সোঁৱৰাই দিয়াৰ বাবে তেওঁৰ কিয়-যে হঠাতে অহৈতুকি খংটো উঠিল তাৰ কাৰণটো তেওঁ বুজিব নোৱাৰিলে । লখিমী তেওঁৰ অতি আদৰৰ প্ৰথমা কন্যা—তাইৰ কাৰণে তেওঁ সকলো কৰিব পাৰে । সৰিতাই নকলেও তেওঁ কৰিব ।

সেই ৰাতি তেওঁ সৰিতাক ভালকৈ মাতবোল নকৰিলে । ঘৈণীয়েকৰ বহু অনুৰোধ উপেক্ষা কৰি, গা বৰ ভাল নহয় বুলি কৈ, ভাত-পানী নেখাই গধূলিতে শুই থাকিল ।

শনিবাৰে আবেলি লখিমীক লৈ তেওঁ পুলিচ বজাৰলৈ গ'ল । তাইৰ কাৰণে এটা দীঘল অভাৰকোটৰ অৰ্ডাৰ দি মাধৱে নিজৰ নতুন অভাৰ-কোটটো লৈ ঘৰলৈ ঘূৰিল । লখিমীৰ চোলাটোৰ কাপোৰটো কেনেকুৱা,

তাৰ ডিজাইন কেনেকুৱা হ'ব আৰু কিমান দাম পৰিব সেই সকলো কথা মাধৰে ঘৈণীয়েকক ক'লে। নিজৰ কোটটো এবাৰ পিন্ধি দেখুৱাই কেনে হৈছে সুধিলে আৰু সৰিতাই তাক দেখিবলৈ ধুনীয়া আৰু তেওঁৰ গাত ভালকৈ খাইছে বুলি কোৱাত মাধৱ আনন্দিত হ'ল। তেওঁ অভাৰকোটটো তেওঁৰ শোৱা কোঠাৰ পেগ এটাত আঁৰি থলে।

দেওবাৰে দুপৰীয়া খাই-বৈ উঠাৰ পাচত মাধৱে বিছনাত পৰি এঘুমটি শুবৰ চেষ্টা কৰিছিল। হঠাতে তেওঁৰ কোটটোৰ ওপৰত চকু পৰিল।

···ডাৰ্ক ব্ৰাউন ৰঙৰ, চিঙ্গল ব্ৰেষ্ট, চাৰিটা বুটামেৰে আঠুৰ পৰা চাৰি ইঞ্চি ওপৰত তেওঁৰ নতুন চোলাটো—মাধৱে ভাবি গ'ল, কোটতো পেগটোৱে চাৰ্পট কৰিছে—ধৰি ৰাখিছে···পেগটো খুটাটোৱে ধৰি ৰাখিছে। খুটাটোৰ সৈতে ঘৰটোৰ আধাৰ পৃথিৱীখন। আৰু পৃথিৱীখন! কৌটি কৌটি তৰাৰ লগত ওপঙি থকা, দহহেজাৰ নিযুত ডায়মিটাৰৰ বিৰাট ব্ৰহ্মাণ্ডৰ বুকুত এটা ক্ষুদ্ৰ-তুচ্ছ ধূলিকণা এই পৃথিৱী। এই অকমাণ গ্ৰহটোত কেইকৌটিমান মানুহৰ জীৱনৰ বুৰঞ্জী অনাদি অনন্ত মহাকালৰ বুকুত অতি বেচি পঞ্চাচ হাজাৰ বছৰৰ ক্ষন্তেকীয়া বুৰঞ্জী। তাৰ তুলনাত কিমান তুচ্ছ কিমান নগণ্য মানুহৰ জীৱনটো!

এই ক্ষন্তেকীয়া জীৱনটোৰ মাজতে মানুহৰ কি বিৰাট বাসনা! কি মহান স্বপ্ন! কি অকুল আশা, অফুৰন্ত ক্ৰিয়াশীলতা। ক্ষণভঙ্গুৰ—অথৈ সাগৰত এটা এটমৰ দৰে জীৱনটোৰ পৰিধিৰ মাজতে মানুহে জীয়াই থকাৰ আনন্দ, সাৰ্থকতা, অৰ্থ বিচাৰি ফুৰিছে।

পৃথিৱীখন, জীৱনটো বৰ ৰহস্যময় যেন লাগিল মাধৱৰ। তেওঁ আজি অকস্মাতে উপলব্ধি কৰিলে যে তেওঁ বহুত কথাই নেজানে--নুবুজে—জীৱনটোৰ বিষয়ে তেওঁ কেতিয়াও একান্তভাৱে ভাবি চোৱা নাই।

আজি তেওঁ ভাবিছে। আৰু দহোটা কথাৰ লগৰে এটা কথাৰ দৰে ভাবি আজি তেওঁ অনুভৱ কৰিলে যে অতি বেছি তিনিকুৰি বছৰৰ তেওঁৰ জীৱনটোৰ মাজত অভাৰকোটৰও এটা বিশেষত্ব আছে। চেল্‌চমেনটোৰ কেইটামান কথালৈ তেওঁৰ মনত পৰিল। কোটতো লবৰ সময়ত তেওঁ তাক সুধিছিল—কোটটোৱে দিন যাব নহয়?

—অ’ ইয়েচ্! ইট্ উইল লাষ্ট্ ইউ্ এট্লিষ্ট টুৱেনটি ইয়েৰচ্ চাৰ!

চোলাটো নিপুন হাতেৰে ভালকৈ জাপি মডাৰ্ণ টেইলাৰচৰ নামলেখা ঠোঙাত ভৰাই পিন এটাৰে মুখখন বন্ধ কৰি দি চেলচ্মেনটোৱে কৈছিল।

আৰু একুৰি বছৰ! মাধৱে ভাবিলে। আজি তিয়াল্লিচ বছৰ বয়সত তেওঁ কুৰি বছৰ স্থায়ীত্বৰ এটা কোট লৈছে। প্ৰথম অভাৰকোটটো লওঁতে তেওঁ আছিল পঁচিচ বছৰীয়া ডেকা। সেইটো আজি তেওঁৰ বাবে যেন আন কাৰোবাৰ জীৱন। সেইটো এমুঠি সুখ-দুখৰ স্মৃতিলৈ পৰিণত হোৱা ধূলি। তাৰ লগত মিহলি হৈ থকা পূৰ্ণিমাৰ স্মৃতি যেন এটা গল্প, কাৰোবাৰ বিষয়ে কোনোবাই লিখা। আজিৰ এই দ্বিতীয় কোটৰ বিশেষত্ব বৰ্তমান পৰিস্থিতিটো ইয়াৰ লগত মিহলি হৈ আছে সৰিতা, লখিমী, তেওঁৰ এই মুহূৰ্ত্তটোৰ আশা, নিৰাশাবোধ। এই সময়কনেই তেওঁৰ কাৰণে সত্য—সুন্দৰ আৰু সজীৱ।

কিন্তু তেওঁ যেতিয়া তৃতীয় অভাৰকোটটো ল’বৰ সময় আহিব, সেই দিনটো কেনেকুৱা হ’ব, মাধৱে ভাৱিবৰ চেষ্টা কৰিলে।

আৰু বিচ বছৰ—মানে মোৰ তেষষ্ঠি বছৰ বয়স যেতিয়া হ’ব—সেইদিনা তৃতীয় অভাৰকোটটো লোৱাৰ সময় আহিব। মাধৱে হিচাপ কৰি চালে। তাৰমানে মই আৰু এটা এনেকুৱা চোলা লবলৈ জীয়াই নেথাকিবও পাৰোঁ।

জীয়াই নথকাৰেই বেচি সম্ভাৱনা। কোনোমতে থাকি গলেও হয়তো এনে এটা চোলা পিন্ধাৰ কোনো স্পৃহা বা আনন্দ আৰু তেওঁৰ নেথাকে। মাধৱে ভাবি আচৰিত হ’ল যে তেওঁ এই জীৱনটোত কেবল এইটো কোটেই পিন্ধিব—আৰু এটা পিন্ধিবলৈ তেওঁ জীয়াই নেথাকে। তেওঁৰ জীৱনটোৰ সীমা মাত্ৰ দুটা অভাৰকোটৰ মাজতে আবদ্ধ!

এই কোটটোৰ কলাৰ আৰু জেপ কেইটা যেতিয়া ফাটিব—ইয়াৰ উজ্জ্বল ডাৰ্ক ব্ৰাউন ৰঙ বিচ বছৰৰ ধূলি-মাকতিৰে নিষ্প্ৰভ হৈ আহিব, সেই সময়লৈকে সৰিতা বুঢ়ী হ’ব। লখিমীয়ে কিছুমান ল’ৰা-ছোৱালীৰে তাইৰ মাকৰ দৰে নিজৰ এখন সংসাৰ গঢ়িব। তেওঁৰ অফিচৰ বুঢ়া আণ্ডাৰ চেক্ৰেটৰী শৰ্মা—যাক তেওঁ সমূলি দেখিব নোৱাৰে আৰু পেটে পেটে ঘিণ কৰে, সেই শৰ্মা মৰি তাৰ হাড়ৰ ওপৰত বন গজিব। সাধাৰণ এটা চোলা সি ফাটি-চিটি গৈ দলিয়াই পেলোৱাৰ অৱস্থা হোৱাৰ আগেয়ে বহুত নশ্বৰ

দেহ মাটিৰ লগত মিহলি হৈ যাব।

মাধৱৰ কৰবাত পঢ়া এটা কথা মনত পৰিল, এজন জ্ঞানী মানুহ, বোধহয় এপিক্‌টেটাচে কৈছিল — মানুহ এটা শৱ কঢ়িয়াই লৈ ফুৰা এটা আত্মা। এৰা, এই অভাৰকোটটোৰ নিচিনাই মানুহৰ শৰীৰটো তাৰ ৰূপ ৰঙ, ৰস নোহোৱা হৈ পৰিলে তাকো এদিন দলিয়াই পেলাব লাগিব।

শৱটো বিভূষিত কৰিবৰ বাবে তেওঁ কোটটো লৈছে, মাধৱে ভাবিলে, বহুত বস্তুৱেই তেওঁ নশ্বৰ দেহটোৰ বাবে আহৰণ কৰিলে—কিন্তু আত্মাটোৰ অৰ্থে তেওঁ কি সমল যোগাৰ কৰিলে? তাৰ কাৰণে কিহৰ প্ৰয়োজন?.... নিজৰ ভাবত মাধৱ নিজেই আচৰিত হ'ল। আজি ৰবিবাৰে ভাতকেইটা খাই এঘুমটি শোৱক চাবি তেওঁ আকৌ এইবোৰ কি ভাবিছে? সংসাৰত যেন তেওঁৰ বাহিৰে আৰু আন কোনেও নতুন অভাৰকোট লোৱা নাই!

সেই সময়তে ঘৰৰ সকলো কাম-বন শেষ কৰি সৱিতা শোৱা কোঠালৈ সোমাই আহিল। বৰ্দ্ধিত বয়সৰ গাম্ভীৰ্য্যৰে শান্ত, সু-স্বাস্থ্য আৰু স্বাভাৱিকতে ধুনীয়া তাইৰ মুখখনলৈ মাধৱে একাগ্ৰতাৰে লক্ষ্য কৰিলে। পয়ত্ৰিচ বছৰীয়া তেওঁৰ মৰমৰ মানুহজনীৰ চিন্তাহীন শুৱনি মুখখনত, তাইৰ খুঁত নথকা দেহৰ গঠনত, সহজ আনন্দৰ আভাসেৰে অমলিন দুটি চকুত এটা অনাবিল মধুৰতা লাগি আছে—বিচ বছৰৰ ভৱিষ্যত পৰিণতিৰ কৃষ্ণ-চাঁয়া সেই মুখখনৰ ওপৰত পৰি তেওঁৰ এই ক্ষণটোক, এই সজীৱ বৰ্তমানটো অসাৰ্থক, নিষ্ফল, ক্লান্ত আৰু ম্লান কৰি তোলা নাই।

তেওঁ মৰমেৰে মাতিলে—

সৱিতা!

কি হ'ল?

মোৰ সৌ কোটটো ইয়াৰ পৰা নি অন্য কৰবাত থৈ দিয়াচোন।

তাতে থকচোন, কি হ'লনো? সৱিতাই ক'লে। তাই নুবুজিলে যে সেই চোলাটো আজি মাধৱৰ কাৰণে এটা নিষ্ঠুৰ পৰিহাস আৰু তাই তেওঁৰ জীৱনৰ এই সুন্দৰ ক্ষণটোৰ এটা চৰম সুখ আৰু আনন্দৰ প্ৰতীক। দুয়োটা বস্তু বিপৰীত অভিমুখী আৰু একে ঠাইতে থাকিবৰ অনুপযুক্ত।

মাধৱে ইচ্ছা কৰিলে সৱিতা তেওঁৰ কাষতে অলপ পৰ শুব—তেওঁ বাগৰ সলাই শোৱাৰ ভাও ধৰিলে। ●

## বহুন পথাৰৰ বক্ষা

সেইদিনা পুৱা শুই উঠিয়েই বিশ্বেশ্বৰ বৰবৰুৱাৰ হঠাত মনত পৰিল যে আজি প্ৰায় দহ পোন্ধৰ দিন নন্দ ফুকন তেওঁৰ ওচৰলৈ অহা নাই।

নন্দ ফুকনক অবিলম্বে মাতি আনিবলৈ ঘৰৰে হালোৱা ল'ৰা এটাক বৰবৰুৱাই তেতিয়াই পঠিয়াই দিলে।

চ'ৰাঘৰত বেতৰ চকী এখনত বহি বৰবৰুৱাই নন্দ ফুকনলৈ প্ৰতীক্ষা কৰিছে।

ভাদ মাহৰ বৰষুণ নোহোৱা এটা উজ্জ্বল পুৱা চোকা বেলিটো বহুন পথাৰৰ পূব প্ৰান্তেদি ক্ৰমে ওপৰলৈ উঠি আহিছে, এটা উৎপতিয়া গৰমৰ সম্ভাৱনাৰে।

বৰবৰুৱাই গাৰ গেঞ্জী চোলাটো খুলি ওচৰৰে চকী এখনত থৈ বিয়াল্লিচ ইঞ্চিয়া বিশাল বুকুৰ ঘামচী কেইটা মোহাৰি ভাবিছিল: এতিয়া নন্দ ফুকন তেওঁৰ ওচৰত থকা হলে ক'লেহেঁতেন, 'হয় দেউতা, চোলাটো খুলিয়েই থওক, নহলে চিট্‌চিটনি উঠিব। যেন তেওঁৰ ঘামচীৰ চিট্‌চিটনি উঠা দেখিলেও নন্দ ফুকনে সহ্য কৰিব নোৱাৰে।

আজি কুৰি বছৰ ধৰি নন্দ ফুকনে পুৱা গধূলি বৰবৰুৱাৰ ঘৰলৈ একোটা পাক মাৰিছে। বৰবৰুৱাৰ ওচৰত বহি তেওঁৰ সোণৰ ৰূপৰ মুখৰ পৰা ওলোৱা কথা, আকাশবাণী শুনাদি শুনিছে। মুখৰ আগতে বৰবৰুৱাৰ গুণ কীৰ্ত্তন কৰিছে, তেওঁ হয় বোলাক হয় বুলিছে, নহয় বোলাক নহয় বুলিছে। তেওঁৰ সুখত সুখী, তেওঁৰ দুখত দুখী বুলি কৈছে।

বৰবৰুৱাই কেতিয়াবা অনুভৱ কৰে, নন্দ ফুকনটো টোকোনা, কতুৰ এটা। তাৰ কথা মূল্যহীন। তথাপি বিশ্বস্ত, অনুগত মানুহ হিচাপে বৰবৰুৱাই তাক মৰম কৰে। বৰবৰুৱাই নন্দ ফুকনৰ মুখত নিজৰ, বাপেকৰ, পূৰ্বপুৰুষৰ গৌৰৱৰ, বিক্ৰমৰ, বীৰত্বৰ কাহিনীবোৰ শুনি ভাল পায়। সত্যতা থাওক নেথাওক, সেইবোৰ কাহিনীয়ে বিশ্বেশ্বৰ বৰবৰুৱাৰ তেজ এতিয়াও

এক নতুন উদ্দীপনা, উত্তেজনা, আনন্দেৰে উত্তপ্ত কৰি তোলে।

কিছুদিনৰ আগতে নন্দ ফুকনে কোৱা কথা এটালৈ ববৰুৱাৰ মনত পৰিল। গাঁৱত হৈ যোৱা ভোজ এটাৰ কথা ওলাওঁতে নন্দই নতুনকৈ চহকী হোৱা সিংহেশ্বৰ কোঁৱৰে জীয়েকৰ বিয়াত পতা ভোজটোৰ কথা কৈছিল :

"দেউতা, নকৈছো বোলো ন-চহকীৰ গেলা গপ। সিংহেশ্বৰৰ পুতেকে ইংৰাজী আখৰৰ চাৰিটা চুক নৌ চিনি পাওঁতেই নগৰৰ ডাকঘৰত পিয়ন সোমাল। বাপেকে কয় বোলে ল'ৰাই চৰকাৰী চাকৰি কৰে। জীয়েকৰ বিয়াত ভোজটো পাতি গোটেই গাঁৱৰ মানুহখনকে মাতিলে। খুৱালে বুৱালেও ভালকৈ। কিন্তু দেউতাই বৰ আইদেউৰ বিয়াত যিটো ভোজ পাতিলে তাৰ তুলনা ভূ-ভাৰতত আছেনে? দেউতাই দেখোন নিজেই গৈ নগৰৰ পৰা মটৰগাড়ীত ভৰাই চৌধটা বৰালি, চৌধটা ৰৌ মাছ আনি চোতালত এদম কৰি পেলালেহি। ৰাইজে দুদিন উগাৰি উগাৰি খালে। আপোনাৰ লগত কোনে যোৰ মাৰিব, আপুনি ৰহন পথাৰৰ ৰজা।"

ববৰুৱাই বুজি পায় নন্দ ফুকন এটা স্তাৱক। সাতোটা ল'ৰা-ছোৱালীৰে এখন সংসাৰৰ ভৰণ পোষণৰ বাবে সি ববৰুৱাৰ মুখাপেক্ষী। ৰহন পথাৰৰ দহবিঘা মাটি আধি খাজনা নিদিয়াকৈ খাই থকাৰ বাহিৰেও আজি কুৰি বছৰ ধৰি সি ববৰুৱাৰ ঘৰৰ পৰা বিহু সকৰাতি, অসুখ বিসুখ, অভাৱ অনাটন বুলি আজি সিকিটো কাইলৈ আধলিটো, কেতিয়াবা চাউল পুৰা, কেতিয়াবা ধান পুৰা নিবই লাগিছে।

অকণো ক্ষোভ নোহোৱাকৈ ববৰুৱাই দি আহিছে। তাৰ পৰিবৰ্তে একো বিচৰা নাই। অকল জানো সি, গাঁৱত খুটি খাবলৈ নোহোৱাবোৰে সদায় টানে-আপদে তেওঁৰ ওচৰতে হাত পাতি আহিছে। অকণো বিৰাগ নোহোৱাকৈ তেওঁ দান কৰি আহিছে। ববৰুৱাই ভাবি আহিছে ভগবানে তেওঁক সৃষ্টি কৰিছে দিবলৈ, গ্ৰহণ কৰিবলৈ নহয়। বিচৰাৰ ভিতৰত হয়তো নন্দ ফুকনৰ মুখত নিজৰ প্ৰশংসা শুনাৰ তৃপ্তি তেওঁৰ অভ্যাসলৈ পৰিণত হৈছে।

"হেৰ যা, যা, পেকপেকাই নেথাকিবি। তোৰ দৰে ফতুৰ এটাই ৰজা বুলি ক'লেই মই ৰজা হলোনে?" বৰবৰুৱাই কৈছিল, কিন্তু মনে মনে ৰজাৰ লগত নিজৰ তুলনাটো উপভোগ কৰিছিল।

কাৰণ বৰবৰুৱাই ভাবিছিল কোনো এক প্ৰাচীন কালত তেওঁৰ কোনোবা এজন ইন্দ্ৰবংশী পূৰ্বপুৰুষ সোণৰ জখলাইদি অসমলৈ নামি আহিছিল। যুদ্ধ কৰিছিল, জয় কৰিছিল, ৰাজত্ব কৰিছিল। তেওঁৰে সতি-সন্ততিৰ কোনোবা এজনে বিস্তৃত পৃথিৱীৰ নতুন মাটি অধিকাৰ কৰাৰ আনন্দত আগবাঢ়ি আহি দহহেজাৰ বিঘা মাটিৰে সৈতে এই ৰহন পথাৰ অধিকাৰ কৰিছিল। নপতা ফুকন হৈ প্ৰভুত্ব কৰিছিল।

কালৰ পৰিবৰ্তনত তেওঁৰ বংশ বাঢ়িল। পৰিয়াল বৃদ্ধি হ'ল। ৰহন পথাৰলৈ নতুন নতুন মানুহৰ সমাগম হ'ল। ফলস্বৰূপে, ৰহন পথাৰ অঞ্চল চাৰি পাচখন গাৱঁত বিভক্ত হ'ল। প্ৰত্যেক পৰিয়ালৰ মাটি কমিল। প্ৰতিপত্তি, প্ৰভুত্ব হ্ৰাস হ'ল। কিন্তু তেওঁৰ পিতামহ ভদ্ৰেশ্বৰ বৰবৰুৱাই ৰহন পথাৰত এহেজাৰ বিঘা মাটি দখল কৰি, বৃটিছ গভৰ্ণমেণ্টৰ দিনলৈকে পাটকাই পৰ্বতৰ দৰে মূৰ তুলি মহা-প্ৰতাপেৰে সকলোৰে ওপৰত প্ৰভুত্ব কৰি থাই গ'ল।

তাৰ পিছত পিতাকৰ দিনত মাটি কমিল, ঐশ্বৰ্য কমিল, প্ৰভুত্ব কমিল সঁচা কিন্তু তেওঁৱো চাৰিটা ভড়াল, এখুটি ম'হ, এগোহালি গৰুৰে যথেষ্ট ক্ষমতা আৰু প্ৰতিপত্তিৰেই জীৱনটো কটাই গ'ল।

বৰবৰুৱাৰ দিনত সেই সকলো আৰু হ্ৰাস হ'ল। লগতে বংশ মৰ্যাদা আৰু বৈশিষ্টাৰ প্ৰতি মানুহে বৰকৈ মন নকৰা হ'ল; কিন্তু বিশ্বেশ্বৰ বৰ-বৰুৱাৰ দেহত বংশগত নীলা তেজৰ, অহংকাৰৰ, আভিজাত্যৰ, মনো-বৃত্তিৰ পৰম্পৰাৰ সোঁত তেতিয়াও একেদৰেই বৈ থাকিল।

নন্দ ফুকন উধাতু খাই আহি বৰবৰুৱাৰ ওচৰতে মূঢ়াটোত বহি লেতেৰা গামোছাখনেৰে মুখৰ ঘামবোৰ মুচি ক'লে,

"দেউতাৰ দেখোন আজি ৰাতিপুৱাই মোলৈ মনত পৰিল।"

বৰবৰুৱাই সুধিলে,

"তই দেখোন আজি ভালেদিন মোৰ ওচৰলৈ অহা নাই। কিবা অসুখ-বিসুখ হৈছিল নেকি ?

"নকব দেউতা, আমাৰ দৰে নিচলাবোৰলৈ যমেও পাহৰে। অসুখ-বিসুখ হোৱা নাই, কিবা এটা কামতহে লাগি আছিলো।"

"হেৰ তোৰ আকৌ এনে কি কাম ওলাল যে ৰূপৰীয়া মুখখন এবাৰ দেখুৱাই যাবহি নোৱাৰা হলি ?"

"সেই যে আমাৰ চক্ৰপাণি শইকীয়া, এইবেলি হেনো তেওঁ পঞ্চায়তৰ সভাপতি হয়। এই আহিনৰ কুৰি তাৰিখে নিৰ্বাচন হব। মোক ক'লে বোলে নন্দকাই অলপ সহায় কৰি দিয়া। তোমালোকৰে সেৱা কৰিবলৈ এই অভাজন আগবাঢ়িছো, তোমালোকেই সহায়-সাৰথি নকৰিলে কোনে কৰিব। সেইবাবেই মানুহৰ ওচৰলৈ গৈ তেওঁৰ হৈ আজি কিছুদিন কেন-ভাচ কৰি বিজি হৈ আছিলো দেউতা।" ফুকনে ক'লে।

গেঞ্জী চোলাটো গাত শুমাই মস্কৰা কৰাৰ সুৰত বৰবৰুৱাই ক'লে,

"ইঃ—এনে বিজিটো ওলালহি। হেৰ তোৰ মুখত দেখোন ইংৰাজী আখৈ ফুটাদি ফুটা হ'ল একা।"

সেই কথাৰ প্ৰত্যুত্তৰ দিবলৈ নন্দ ফুকনৰ সাহস নাছিল। তাক নিৰুত্তৰ দেখি বৰবৰুৱাই ক'লে,

"কোন চক্ৰপাণি অ' ? সেই যে আমাৰ ভেনচাৰ স্কুলখনৰ হেড্‌মাষ্টৰ পাতিবৰ বাবে তইঁতে টাওনৰ পৰা বিচাৰি অনা সেই বি, এ পাছ ডেকা-টোনে কি ?"

ফুকনে শলাগিলে। বৰবৰুৱাই কিছু বিৰক্তিৰে ক'লে,

"চক্ৰপাণিক পঞ্চায়তৰ সভাপতি পাতিবলৈ তোৰ ইমান মূৰৰ বিষ উঠিল কিয় ?"

"কোৱা শুনিছো বোলে পঞ্চায়তৰ সভাপতি হলে বহুত ক্ষমতা। কবোঁ বুলিলে মানুহক হেনো বহুত উপকাৰ কৰিব পাৰে। ডাঙৰ ল'ৰাটোৰ কাম-কাজ এটাৰ দিহা লগাই দিব বুলিও কৈছে। সেয়ে তেওঁৰ হৈ ভোট কেনভাছ কৰি ফুৰিছিলো দেউতা, জানোচা কিবা একনমান উপকাৰ

কৰেই।" নন্দ ফুকনে পেটৰ কথা খুলি ক'লে।

পঞ্চায়তৰ কথা কিছু শুনিছে যদিও সেই বিষয়ে বৰবৰুৱাই কেতিয়াও গভীৰভাৱে চিন্তা কৰি চোৱা নাই। প্ৰাচীন সংৰক্ষণশীলতাত শিপোৱা বিৰাট বৃক্ষৰ দৰে অটল বৰবৰুৱাক পৰিবৰ্ত্তিত যুগৰ নতুন ভাৱধাৰাৰ ধুমুহাই টলাব পৰা নাই। নন্দফুকনৰ কথাত গুৰুত্ব নিদি তেওঁ ক'লে, "হেৰ, থ' থ'। পঞ্চায়তৰ সভাপতিৰ আকৌ কিহৰ ক্ষমতা অ'। চৰকাৰৰ হুকুম মানি চলিব লাগে।"

"নহয় দেউতা," ফুকনে ক'লে,

"শুনিছো চৰকাৰে বোলে আইন কৰি পঞ্চায়তক বহুত খেমতা দিছে। শুনিছো গাওঁৰ খেতি-পথাৰ, ৰাস্তা-পদূলি, পাঠশালা, পঢ়াশালি আদি সকলো বিষয়ৰে উন্নতিমূলক কামবোৰ পঞ্চায়তৰ যোগেই হ'ব। তদুপৰি মেল-মকৰ্দমা সুধিব, দণ্ড বিধান কৰিব। আৰু কোনোৱে কৈছে দেউতা, এমাহলৈকে হেনো ফাটেকতে দিব পাৰিব। গতিকে পঞ্চায়তৰ সভাপতিয়ে বহুত কাম কৰিব পাৰিব।

বৰবৰুৱা কিছুপৰ তভক মাৰি বহি থাকিল। তাৰ পিচত মাতিলে,

"তেনেহলে নন্দ, তই ক'ব খুজিছ যে মোৰ ঘৰৰ আগৰ আলিটোৰ ছিগাডোখৰ মেৰামতি কৰিব নে নকৰে তাৰ মীমাংসা কৰিব চক্ৰপাণিয়ে?"

"হয় দেউতা, যদি তেওঁ সভাপতি হ'ব পাৰে।"

"তেনেহলে মোৰ ৰহন পথাৰৰ মাটিত মই আহুধান কম নে শালিধান কম সেইটো ঠিক কৰিব চক্ৰপাণিয়ে।"

"দেউতা।"

আৰু মোৰ যদি খং উঠিলে কাৰোবাৰ নাকত কেতিয়াবা ঘোচা এটা মাৰোঁ। তেতিয়াহলে চক্ৰপাণিয়ে মোক এমাহ ফাটেক দিব পাৰিব?"

"হবও পাৰে দেউতা, আজিকালি সকলো সম্ভৱ।" নন্দ ফুকনে ইতস্ততঃ কৰি ক'লে।

বৰবৰুৱাৰ বৰ্দ্ধিত বয়সৰ ৰেখাৰে কিঞ্চিৎ কুঞ্চিত, উন্নত, প্ৰশস্ত কপালত আৰু কেইটামান গভীৰ চিন্তাৰ ৰেখা ফুটি উঠিল। ক্ষন্তেক মৌন হৈ

থাকি গম্ভীৰ আৰু আত্মবিশ্বাসেৰে দৃঢ় মাতেৰে মাতিলে,

"নন্দ।"

"দেউতা।"

"যদি কথা সেয়ে হয় তেনেহলে পঞ্চায়তৰ সভাপতি মই হ'ম।"

"অৱশ্যে আপুনি হওঁ বুলিলে নিশ্চয় পাবে। পিচে চক্ৰপাণি মানুহ-টোৰ বিদ্যা-বুদ্ধি আছে বুলি এটা গৰ্ব আছে। সি আপোনাৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিব।"

"শুন নন্দ, মই হ'ম বুলিলো যেতিয়া হমেই। আজি অতদিনে ৰহন পথাৰত কাৰ হুকুমত চলি আহিছে কচোন?"

"দেউতা আপোনাৰ আৰু আপোনাৰ আগতে আপোনাৰ পূৰ্ব-পুৰুষৰ।"

"তেনেহলে এতিয়াও চলিব। তই যা চক্ৰপানীক কগৈ মই পঞ্চায়তৰ সভাপতি উঠিব খুজিছো গতিকে সি প্ৰতিদ্বন্দ্বিতা নকৰিলেই মই ভাল পাম। সি স্কুলখনকে ভালকৈ চলাওক, বাইজৰ উপকাৰ হ'ব।"

"দেউতাৰ যি ইচ্ছা। মই এতিয়াই বাহিৰে বাহিৰে চক্ৰপাণিৰ ওচৰলৈ যাম আৰু তেওঁ কি কয় অথনিকে কৈ যামহি।"

"আৰু শুন, আজিৰ পৰা মোৰ হৈ কেনভাছ কৰিবি। তোৰ ল'ৰাৰ কাম-কাজৰ কাৰণে চিন্তা নকৰিবি। মই যিমান দিন জীয়াই আছো; এতিয়া যা আইচুদেউতাৰক ফুচুলিয়াই জলপান এটা খাই যাগৈ"

ফুকনৰ প্ৰত্যুত্তৰলৈ অপেক্ষা নকৰি বৰবৰুৱাই গম্ভীৰ পদবিক্ষেপে ভিতৰ সোমাল।

আবেলি পৰত নন্দ ফুকন আহি বৰবৰুৱাক ক'লে।

"দেউতা, মোক সেই কামলৈ নপঠা হলেই ভাল আছিল বৰ অপমানহে পালোঁ।"

"ফুকনৰ উত্তেজিত মুখৰ ভাবলৈ লক্ষ্য কৰি বৰবৰুৱাই সুধিলে,

"কোনে অপমান কৰিলে? কথাটো ভাঙি ক।"

তেতিয়া ফুকনে ক'লে যে সি বৰবৰুৱাই কোৱামতেই চক্ৰপাণিৰ ঘৰলৈ গ'ল আৰু বৰবৰুৱাৰ অভিপ্ৰায়ৰ কথা সি চক্ৰপানীক জনালে। লগতে

ইয়াকো ক'লে যে বহুন পথাৰত আজিলৈকে বৰবৰুৱাৰ হুকুম চলি আহিছে আৰু চলি থাকিব। গতিকে চক্ৰপাণিয়ে বৰবৰুৱাৰ লগত প্ৰতিদ্বন্দ্বিতা নকৰিলেই তেওঁ ভাল পাব।

"তই ঠিকেই কলি। ইয়াত আকৌ অপমান পাবলৈ কিটো আছে।" বৰবৰুৱাই মন্তব্য কৰিলে।

"শুনক দেউতা, আপোনাক অপমান কৰা মানেই আমাকো অপমান কৰা। মই যাওঁতে চক্ৰপাণিৰ ঘৰত গাৱঁৰ কেইবাজনো মানুহ উপস্থিত আছিল। তেওঁলোকে পঞ্চায়তৰ সভাপতি নিৰ্বাচনৰ বিষয়েই কথা-বতৰা পাতি আছিল। মোৰ কথা শুনি চক্ৰপাণিয়ে ক'লে বোলে এই বয়সত যদি বুঢ়াৰ সভাপতি হোৱাৰ চখ হৈছে, হৈ থাওক। ৰাইজে পাতিলে পাতক। কিন্তু মোক উপদেশ দিয়াৰ একৃতিয়াৰ বুঢ়াক কোনে দিলে। আৰু ক'লে বোলে কি ইচতুপিত ননচেঞ্চৰ দৰে কথা। সেই মেলতে টঙ্ক ৰূপেশ্বৰহঁতো আছিল। দেউতাক তেনেকৈ কোৱাত সিহঁতে বৰ বেয়া পালে। টঙ্ক গগৈয়ে চক্ৰপাণিক সাৱধান কৰি দি ক'লে বোলে ছাৰ, আপুনি বৰবৰুৱা ডাঙৰীয়াক তেনে নোবোলা হলেই ভাল আছিল, কাৰণ গাৱঁত সকলোৱে তেওঁক মান-সন্মান, ভয়-ভক্তি কৰি চলে। তেতিয়া চক্ৰপাণিয়ে ক'লে বোলে থোৱাহে থোৱা, বৰবৰুৱাই মোৰ কি কাণ কাটিবহে?"

বৰবৰুৱাই নিতাল মাৰি নন্দ-ফুকনৰ বৃত্তান্ত শুনি গৈছিল। তিনিকুৰি বছৰ বয়সতো অটুট স্বাস্থ্যৰে নিপোটল, শেঁতা গোলাপৰ দৰে বগা মুখৰ ৰং গাঢ় ৰঙালৈ পৰিবৰ্তিত হ'ল। অমলিন ডাঙৰ দুই চকুৰ মণি ক্ষন্তেক ৰৰকৈ তিৰ্‌বিৰাই উঠিল। এক গভীৰ উত্তেজনা চেপা দি ৰখাৰ চেষ্টাত কিছু কঁপা মাতেৰে তেওঁ সুধিলে,

"চক্ৰপাণিয়ে তেনেকৈয়ে ক'লেনে নন্দ?"

"দেউতাৰ আগত আৰু মই মিছা মাতোনে?"

"ক'লে, বুঢ়াক মোক উপদেশ দিয়াৰ একৃতিয়াৰ কোনে দিলে?"

"হয় দেউতা।"

"ক'লে, কি ইষ্টুপিড্‌ ননচেঞ্চৰ দৰে কথা?"

"দেউতা।"

"আৰু ক'লে ৰবৰুৱাই মোৰ কি কাণ কাটিব ?"

"হয় দেউতা।"

ৰবৰুৱাই খন্তেকপৰ কিবা এটা চিন্তা কৰিলে। তাৰ পিচত নন্দক বহিৰলৈ কৈ ভিতৰ সোমাল আৰু ঘৈণীয়েকক ক'লে, মই গাৱঁৰ পৰা পাক এটা মাৰি আহো। চাদৰখনে চোলাটোৱে দিয়া। মোৰ ভাগোলৰ টেমাটো আৰু কটাৰীখনো দিয়া।"

টঙ্ক গগৈৰ ঘৰ ওচৰতে। ৰবৰুৱা আৰু নন্দ ফুকন ঘৰৰ পৰা ওলাই টঙ্কৰ ঘৰলৈ গ'ল। নন্দ ফুকনে কোৱা কথাখিনিকে টঙ্ক গগৈয়েও ৰবৰুৱাক ক'লে। অলপ ফুৰি আহোগৈ বলা বুলি ৰবৰুৱাই গগৈকো লগত ললে।

গাৱঁৰ পৰা বাহিৰলৈ ওলোৱা আলিটো গাৱঁৰ সীমা অতিক্ৰম কৰি প্ৰায় আধা মাইলমান এখন পথাৰৰ মাজেদি গৈ চেউনি আলিত সংযুক্ত হৈছেগৈ। গাৱঁৰ পৰা ওলায়ে এই আলিত পশ্চিমলৈ মুখ কৰি থিয় হলে সন্মুখত দিগবলয়লৈকে বিস্তৃত এখন বিৰাট ধানৰ পথাৰ চকুত পৰে। এইখন পথাৰেই ৰহন পথাৰ।

সংগী দুজনৰে সৈতে ৰবৰুৱা আলিৰ মূৰলৈ ওলাই আহি এজোপা সৰু গছৰ তলত থিয় হ'ল। লগৰীয়া দুজনক সম্বোধন কৰি ক'লে,

"মই ইয়াতে ৰৈছো। তোমালোক দুয়ো যোৱা আৰু চক্ৰপাণিক মই মাতিছো বুলি কৈ ইয়ালৈ লৈ আহাগৈ। কবা বিশেষ এটা জৰুৰী দৰকাৰত মোক ইয়াত এতিয়াই লগ পাব লাগে। আৰু যদি আহিব নোখোজে তেতিয়া হলে কবা যে ভালেৰে নাহিলে অন্যপ্ৰকাৰে অনাৰ এনে বন্দৱস্ত কৰা হ'ব যিটো চক্ৰপাণিৰ মনঃপূত নহবও পাৰে।"

ৰবৰুৱাৰ মুখৰ ভাবলৈ লক্ষ্য কৰি তেওঁলোকে কোনো প্ৰশ্ন সুধিবলৈ সাহ নকৰিলে। দুয়ো চক্ৰপাণিৰ ঘৰৰ অভিমুখে খোজ ললে।

গছজোপাত ভেজাদি থিয় হৈ ৰবৰুৱাই সন্মুখৰ পৃথিবীখনলৈ লক্ষ্য কৰিলে। তেওঁৰ মূৰৰ ওপৰত প্ৰকাণ্ড একখণ্ড ক'লা মেঘ চন্দ্ৰতাপৰ

দবে বিস্তৃত হৈ আছিছিল। কিন্তু আকাশৰ পশ্চিম প্ৰান্তত কেইডোখৰ-মান শুভ্ৰ আৰু ধূসৰ মেঘ নিশ্চল হৈ থিয় হৈছিল। ঠিক সেই মুহূৰ্তত উজ্জ্বল ৰঙা বেলিৰ আধা দিগবলয়ত ঢাক খাইছিল। তাৰে এচেৰেঙা ৰক্তাভ ৰশ্মি পৰি ভাদ্ৰ মাহৰ গাঢ় সবুজ ধাননেৰে ৰহন পথাৰত এক অনিৰ্বচনীয় ৰঙৰ ঢৌ উঠিছিল। ৰবৰকৰাই চাই থাকোঁতেই দিগন্তৰ আকাশত, তলৰ তৰপ মেঘৰ ৰং পাতল পিঙল, মাজৰ তৰপ কিঞ্চিৎ ধূসৰ-শুভ্ৰ আৰু ওপৰ তৰপ পাতল নীলাৈল পৰিবৰ্তিত হ'ল আৰু ক্ষণে ক্ষণে ৰহন পথাৰৰ ৰূপ ৰঙ পৰিবৰ্তিত হ'ল। কি অপূৰ্ব, সুন্দৰ, বৈচিত্ৰময় সেই পৰিবৰ্তন।

হঠাৎ ৰবৰকৰাই উপলব্ধি কৰিলে সেই পথাৰৰ নাম কিয় ৰহন পথাৰ হ'ল। হয়তো তেওঁৰে এজন পূৰ্বপুৰুষ আছিল স্বভাৱ কবি। হয়তো তেওঁ এদিন এইখিনিতে, এনেকৈ থিয় হৈ, তেওঁৰ মৰমৰ পথাৰখনৰ ওপৰত ৰঙৰ এনে সমাৰোহ দেখি তাৰ নাম থৈছিল ৰহন পথাৰ।

কি বিচিত্ৰ, সুন্দৰ, মনোৰম এই ভূমিখণ্ড! ৰবৰকৰাই ভাবিলে। ইয়াক অধিকাৰ কৰি, দখল কৰি, নিজৰ কৰি লোৱাৰ মোহ কি দাৰুণ মোহ। সুন্দৰ পৃথিবীৰ এনে একখণ্ড শুৱনী মাটি জয় কৰি ৰজা হোৱাৰ স্বপ্ন কি দুৰন্ত স্বপ্ন—কিমান বিস্ময়ৰ, হেপাহৰ, আনন্দৰ স্বপ্ন। আজি যেন ৰবৰকৰাই হঠাতে বুজিব পাৰিলে—কি স্বপ্ন সাৰ্থক কৰি তুলিবৰ উন্মাদনা লৈ তেওঁৰ বংশৰ আদি পুৰুষজনে ইমান বাধা-বিঘিনি দুখ-কষ্ট, বিপদ-আপদলৈ পৰোৱা নকৰি অচিনদেশ জয় কৰিবলৈ আগবাঢ়ি আহিছিল।

এনেতে কেইজনমান মানুহ তেওঁৰ ফালে আগবাঢ়ি অহা দেখি ৰবৰকৰাৰ দিগ্বিজয়ৰ সপোন ভাগিল। ফুকন আৰু গগৈৰে সৈতে চক্ৰপাণি আহি ওচৰ পালত ফুকনে ক'লে,

"দেউতা, ছাৰ আহিছে।" ছাত্ৰই ছাৰ বুলি সম্বোধন কৰা দেখি নন্দ ফুকনেও চক্ৰপাণিক সেই সম্বোধনেই কৰিছিল।

কেইখোজমান আগবাঢ়ি গৈ ৰবৰকৰা চক্ৰপাণিৰ সমুখত থিয় হ'ল। প্ৰায় হস্কুট ওখ, শকত, সবল মাংসপেশীযুক্ত ঋজু দেহেৰে, প্ৰশস্ত বুকু,

বিশাল স্কন্ধদেশেৰে শক্তিমান পুৰুষ। তেওঁৰ কাষত পাঁচফুটীয়া ক্ষীণ, দুৰ্বলদেহী চক্ৰপাণিক আৰু বেছি দুৰ্বল যেন অনুমান হ'ল।

ৰবৰুৱাৰ মুখলৈ মুখ তুলি চাই চক্ৰপাণিয়ে অনুভৱ কৰিলে যেন তাৰ ওপৰত বাঘৰ দুটা হিংস্ৰ চকু জ্বলিব লাগিছে। কিবা এটা আশঙ্কাত সি জিকাৰ খাই উঠিল। ক'লে,

"আপুনি বোলে মোক মাতিছিল।"

ৰবৰুৱাই বাওঁহাতেৰে তাৰ বুকুত পাঞ্জাবী চোলাটোত খামুচি ধৰিলে। মেঘ-গৰ্জনৰ দৰে গম্ভীৰ মাতেৰে ক'লে,

"চক্ৰপাণি, আজি তিনিকুৰি বছৰ বিশ্বেশ্বৰ ৰবৰুৱাই কাৰো গালি শুনা নাছিল। যিহেতু তুমিয়েই প্ৰথম শুনালা তাৰ বাবে এয়া তোমাৰ প্ৰথম পুৰস্কাৰ।"

বুলি কৈ তেওঁ চক্ৰপাণিৰ মুখত ইমান প্ৰচণ্ড এটা ঘোঁচা মাৰিলে যে কেইচেকেণ্ডমান চক্ৰপাণিয়ে কেৱল হালধীয়া পোহৰেই দেখা পালে। প্ৰথম আঘাত চম্ভালি নৌ উঠোতেই 'এয়া দ্বিতীয় পুৰস্কাৰ' বুলি কৈ ৰবৰুৱাই আকৌ এটা ইমান প্ৰচণ্ড ঘোঁচা মাৰিলে যে চক্ৰপাণি লগে লগে মাটিত বাগৰি পৰিল।

"হে দেউতা, হ'ল আৰু নেমাৰিব নেমাৰিব।" বুলি নন্দ ফুকন আৰু টঙ্কই ৰবৰুৱাক সাবটি ধৰিলেহি। কিন্তু তেওঁ সিহঁতক দূৰলৈ ঠেলি আতঁৰাই দি কাণ এখনত ধৰি চক্ৰপাণিক থিয় কৰি দিলে আৰু পিচ মুহূৰ্ততে জেপৰ পৰা ডাব কটাৰীখন উলিয়াই তাৰ কাণৰ আগটো কাটি পেলালে। লগে লগে কৈ উঠিল।

"ৰবৰুৱাই কি কাণ কাটিব!"

ঘটনাটো কেইমুহূৰ্তমানৰ ভিতৰতে ঘটি গ'ল। ভীত, বিমূঢ়, বিস্মিত নন্দ ফুকন আৰু টঙ্ক গৈগৈ ক্ষন্তেক থৰ লাগিল। চেতনা-বিলুপ্তিৰ সীমাত বৈ চক্ৰপাণিয়ে মাটিৰ ওপৰত নিস্পন্দ নিৰ্বাক হৈ বহি পৰিছিল।

ৰবৰুৱায়ে নন্দ ফুকনক সম্বোধন কৰি ক'লে,

"যোৱা এতিয়া তোমালোকে ইয়াক ঘৰত থৈ আহাগৈ।"

বিচাৰালয়ৰ কাঠৰ গড়ালত থিয় হৈছিল বিশ্বেশ্বৰ বৰবৰুৱা—গড়ালত আৱদ্ধ এক নির্ভীক, নির্লিপ্ত, সিংহৰ দৰে।

অপৰাধ—নৰহত্যা নহলেও, নৰহত্যাৰ চেষ্টা। অভিপ্ৰায় পঞ্চায়তৰ সভাপতি পদৰ বাবে আগন্তুক নির্বাচনত তেওঁৰ একমাত্র প্রতিদ্বন্দ্বী চক্রপাণিক সৌশৰীৰে আতঁৰাই নির্বাচনত নিশ্চিত জয়ৰ পথ মুকলি কৰা।

শান্ত, ধীৰ, গম্ভীৰ, সত্যনিষ্ঠ বিশ্বেশ্বৰ বৰবৰুৱাই স্বীকাৰ কৰিছিল।

"ধর্মাৱতাৰ, মোৰ ক'ব লগা ইমানেই যে মই চক্রপাণি শইকীয়াক গাৰ জোৰেৰে ছুটা ঘোচা মৰা আৰু কাণ এখনৰ আগটো কাটি ঘূণীয়া কৰাটো সত্য কথা। কিন্তু মই কিয় সেই কাম কৰিছিলো তাৰ আচল কাৰণটো এই বিচাৰত প্রকাশ নেপালে।

তেতিয়া বিচাৰকে আচল কাৰণটোনো কি তাক ক'বলৈ কোৱাত বৰবৰুৱাই ক'লে, "ধর্মাৱতাৰ, সেইটো মোৰ মনৰ ভিতৰৰ কথা। যিহেতু তাৰ সত্যতা মই সাক্ষীবাদী দি প্রমাণ কৰিব নোৱাৰো, তাক প্রকাশ নকৰাই ভাল। ধর্মাৱতাৰে মোৰ উপযুক্ত শাস্তি বিধান কৰক।"

অসমবাণী: ১২ এপ্রিল: ১৯৭৪

# জীৱন দৰ্শন

ফিলছফী বস্তুটো আজি তেওঁ যিমান স্পষ্ট আৰু বঢ়িয়াকৈ বুজিব পাৰিছে তেনেকৈ যদি কলেজত পঢ়োতে বুজিব পাৰিলেহেঁতেন তেতিয়া হ'লে দৰ্শনৰ এম, এ পৰীক্ষাত ফাৰ্ষ্টক্লাছ পাই তেওঁ কোনোবা এটা কলেজত প্ৰফেছৰ হ'ব পাৰিলেহেঁতেন।

ব্ৰহ্মপুত্ৰৰ পাৰত কাঠৰ বেঞ্চ এখনত আউজী বহি কৰ্মনাশাৰ অকলশৰীয়া গছকেইজোপালৈ চাই বিভূত ভটে ভাবিলে। পৰোক্ষভাবে তাৰ অৰ্থ হ'ল যে প্ৰফেছৰ হোৱা হ'লে বিভূতি ভট (তেওঁৰ পিতৃপ্ৰদত্ত নাম বিভূতি ভূষণ ভট্টাচাৰ্য্যৰ স্কুলৰ ছাত্ৰই কৰা চমু সংস্কৰণ) হায়াৰ ছেকেণ্ডেৰি স্কুলৰ শিক্ষক হ'ব নেলাগিলহেঁতেন।

দৰাচলতে বিভূতি ভটে স্কুলৰ শিক্ষক হ'ব বুলি পঢ়া নাছিল। তেওঁৰ আকাংক্ষা বা দুৰাকাংক্ষাটো কাকিনী তামোলৰ গছৰ দৰেই ওখ আছিল। ডেকা বয়সত বিভূতি ভটে সপোন দেখিছিল—ভাৰতীয় দূতাবাসৰ আই, এফ, এছ অফিচাৰ হৈ কোনোবা এক নিঃসঙ্গ সন্ধিয়া পেৰিচৰ মুলাৰ'জত বহি চেম্পেন চিপ কৰি ডিচকথক নৃত্যৰত সুন্দৰীৰ নিতম্ব সঞ্চালন অবলোকন কৰাৰ, নহ'লে আই-এ-এছ অফিচাৰ হৈ নতুন দিল্লীৰ চাউথ ব্লকৰ এয়াৰ কণ্ডিচনড ৰুমত বহি কোনোবা এক বিৰক্ত আবেলি ঘৰত থকা প্ৰিয়তমালৈ টেলিফোন কৰাৰ। ইত্যাদি। পিচে তেনে স্বপ্ন সকলো যুবকেই দেখে। বিভূতি ভট নিয়মৰ বহিভূত হ'ব কিয়?

কিন্তু দৰ্শনৰ এম, এ পৰীক্ষাত যেতিয়া বিশ্ব শইকীয়া নামৰ ল'ৰাটো, যাৰ শুকান কৃশ দেহটোৰে চেহেৰাটো হকী ষ্টিক দুডালৰ ওপৰত ফুটবল এটাৰ দৰে, প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ চিভিল ছাৰ্ভিচত গজগজীয়া হৈ বহিল আৰু বিভূতি ভটে দ্বিতীয় শ্ৰেণীৰ বহু তলৰ পজিচন এটা পাই চাকৰি বিচাৰি ফুৰিব লগা হ'ল, তেতিয়া প্ৰকৃত দাৰ্শনিকৰ দৰে বিভূতি ভটে পৰিস্থিতিটো মানি ললে।

তাৰ পিচত যেতিয়া চাকৰি বিচাৰি ফুৰোঁতে বিভূতি ভটৰ এযোৰ নতুন জোতা আৰু এটা টেৰিলিনৰ চুট জৰাজীৰ্ণ হ'বৰ উপক্ৰম তেনে সময়তে এদিন অকস্মাত লগ পালে তেওঁৰ কলেজীয়া বন্ধু গোবিন্দ শৰ্মাক।

'বহুদিনৰ মূৰত পুৰণি বন্ধুক লগ পাই এপৰ বেলি গল্প গুজৱ কৰি শেষত নিবনুৱা সমস্যা, তাৰ কাৰণ আৰু সমাধানৰ উপায় আদি পুংখানুপুংখৰূপে বিশ্লেষণ কৰি বিভূতি ভটে এই বুলি সামৰণি মাৰিলে যে আজিকালি মেমৰি যাৰ চাকৰি তাৰ। মন্তব্যটোৰ ওপৰত আৰু কিছু আলোক সম্পাত কৰিবলৈ যেতিয়া গোবিন্দ শৰ্মাই জোৰ কৰিলে তেতিয়া বিভূতি ভটে ক'লে যে যাৰ মেমৰি বা স্মৰণ শক্তি অত্যন্ত প্ৰবল সিহে মুখস্থ কৰি পৰীক্ষা ভাল কৰিব পাৰে। মেধা মানেই মেমৰি। গতিকে যিহেতু নিজৰ মেমৰিটোৰ ওপৰত তেওঁৰ কোনো কণ্ট্ৰল নাই আৰু যিহেতু মেমৰিটোৱে তেওঁক সদায়ে বিট্ৰে কৰি আহিছে সেইবাবে তেওঁ আজিলৈকে এটা ভাল চাকৰি যোগাৰ কৰিব পৰা নাই।

তেতিয়া গোবিন্দ শৰ্মাই অশেষ সহানুভূতি জনাই ক'লে যে সেইবাবেই সি চাকৰি নিবিচাৰি বৰঝাৰৰ ওচৰত মাটি তিনিবিঘা কিনি লৈ এখন উন্নত ধৰণৰ কৃষিপাম খুলি বহিছে আৰু বিভূতি ভটক আচৰিত কৰি লগতে যোগ কৰিলে "পিচে ভায়া তোমাৰ যদি ইমানেই দুৰাৱস্থা তেনেহলে মাষ্টাৰী তাষ্টৰী এটা কৰিবা নে কি? যদি কৰা মই অলপ হেল্ল-তেল্ল কৰি দিব পাৰোঁ।"

"সচানে?" চিঞৰি উঠিল বিভূতি ভটে।

"চেষ্টা কৰিলে মই তোমাক স্কুলমাষ্টৰী এটা যোগাৰ কৰি দিব পাৰোঁ।"

"স্কুল মাষ্টৰী যদি ইমান সহজে পোৱা যায় তেন্তে তুমিনো কৃষি পণ্ডিত হবলৈ গলা কিয়?" তেতিয়াও অবিশ্বাসৰ ভাৱত বিভূতি ভটে সুধিলে।

তেতিয়া গোবিন্দ শৰ্মাই ক্ৰোধান্বিত হৈ ক'লে, "কিয় বাছা, স্কুল পণ্ডিততকৈ কৃষি পণ্ডিত কোন গুণে নিকৃষ্ট? কৃষি কৰ্ম ভদ্ৰলোকৰ কৰ্ম নহয় বুলি ভাবানে কি?"

তেতিয়া অন্তেক টলকা মাৰি থাকি জ্ঞানী দাৰ্শনিকৰ দৰেই বিভূতি

ভটে ক'লে, "নহয় নহয় মই সেই অৰ্থত কথাটো কোৱা নাছিলো কৃষি কৰ্মৰো নিজস্ব ডিগনিটি আছে। তদুপৰি হুৱেন আদম ডেলভড এণ্ড ইভ স্পেন হু ৱাজ দেন জেণ্টলমেন?"

"তাকেই যদি নেজানা তেন্তে কি ফিলছফী পঢ়িলা" শৰ্মাই ক'লে, "হুৱেন আদম ডেলভড্ এণ্ড ইভ স্পেন, হাটান ৱাজ দেন জেণ্টলমেন।"

দুয়ো বন্ধুৱে হাঁহিলে আৰু বিভূতিয়ে সেই কথাৰ অৰ্থৰ বিভিন্ন ব্যাখ্যা দি বন্ধুৰ জ্ঞানৰ প্ৰশংসা কৰিলে। তাৰ পিচত বিভূতিয়ে পানীত পৰা মানুহে তৃণ এডালতে ধৰাৰ দৰে গোবিন্দক সুধিলে, "সচাকৈয়ে মাষ্টৰী-ভাষ্টৰী এটা যোগাৰ কৰি দিব পাৰিবানে কি হে ?

"মোৰ এক ভি আই পি বন্ধুৰ হাত আছে। তেওঁৰ যোগে মই তোমাক তেনেকুৱা চাকৰি এটা যোগাৰ কৰি দিব পাৰিম যেন লাগিছে।"

তেতিয়া বিভূতি ভটে, গোবিন্দ শৰ্মাৰ পৰোপকাৰিতাৰ শলাগ লৈ ভি, আই, পিজনৰ নাম সুধিলে। শৰ্মাই নামটো কোৱাৰ লগে লগে বিভূতিয়ে চিঞৰি উঠিল, "কোৱা কিহে। বৃকোদৰ বৰকাকতী দেখোন তোমাৰ ফাদাৰৰ বয়সীয়া মানুহ, তেওঁৰ লগত তোমাৰ বন্ধুত্ব হ'ল কেনেকৈ বাছা ?"

"ভেৰি ইন্টাৰেষ্টিং", নতুনকৈ গজোৱা মোচকোচাত কেইটামান পাক দি গোবিন্দই ক'লে, "কিন্তু সিটো কথা অতিকৈ গুপুত কহিবাৰ নুহিকে যুগুত। তথাপি তোমাক কোৱাত আপত্তি নাই। বন্ধুত্ব হ'ল এগৰাকী নগৰ বধুৰ ঘৰত।"

বিভূতিয়ে কিছু বিমোৰত পৰি নগৰ বধূ বস্তুটো কি তাক বুজাই দিবলৈ কোৱাত শৰ্মাই ক'লে, "নগৰ বধূ মানে ইয়ে, মানে নগৰৰ ভদ্ৰলোকসকলৰ বন্ধু বা বধূ, অৰ্থাৎ যাৰ চৰিত্ৰ তৰিত্ৰ ভাল নহয়।"

"আচ্ছা, আচ্ছা", আমোদ পাই বিভূতিয়ে শলাগিলে। "তাৰ পিচত ঘটনাটো কি হ'ল ?"

"ভদ্ৰলোকে নেজানে যে মই মাজে সময়ে সেই গৰাকী নগৰ বধূৰ ঘৰলৈ যাওঁ মনটো চাঙ্গা কৰিবলৈ আৰু ময়ো নেজানো যে ভদ্ৰলোকে

ঘৰৰ বুঢ়ীজনীৰ চকুত ধূলি মাৰি সেই গৰাকী বধূৰ লগত লেটি পেটি কৰিবলৈ যায়। এদিন গধূলি হঠাত দুয়ো মুখামুখি হলো। কিছুপৰ তেওঁ মোৰ মুখলৈ আৰু মই তেওঁৰ মুখলৈ চাই থাকিলো। তাৰ পিচত তেওঁ মিচিকীয়াই হাঁহিলে আৰু ময়ো মিচিকীয়া হাঁহিলো। তাৰ পিচত মই কলো-হেল্ল মাই ডিয়েৰ ডাভি হাউ ডু ইউ ডু। তেওঁ ক'লে, হেল্ল মাই ডিয়েৰ জন হাউ ডু ইউ ডু। বচ্, তাৰ পিচৰ পৰা আমি দুয়ো ফাষ্ট ফ্ৰেণ্ড অৰ্থাৎ নলে গলে লগা বন্ধু।

বিভূতি ভট ক্ষন্তেক চিন্তামগ্ন হ'ল। তাৰপিচত জ্ঞানী দাৰ্শনিকৰ দৰেই গহীনাই মন্তব্য কৰিলে, "কৰবাত পঢ়িছিলো বোলে মেৰেজেছ আৰ মেড ইন্ হেভেন। এতিয়া বুজিলো ফ্ৰেণ্ডচিপ ইজ মেড ইন্ ব্ৰদেল।" তাৰপিচত দুই বন্ধুৱে নগৰ বধূৰ দৈহিক, মানসিক আৰু সামাজিক গুণসমূহ বিশ্লেষণ কৰি তাৰ উপকাৰিতা আৰু অপকাৰিতা নিৰ্দ্ধাৰণ কৰি মেলৰ সামৰণি মাৰিলে আৰু গোবিন্দ শৰ্মাই কামটোৰ বিষয়ে পুনৰ আশ্বাস দিয়াৰ পিচত দুয়ো ঘৰাঘৰি গ'ল।

প্ৰথমতে আশা কৰা নাছিল যদিও পিচত যেতিয়া বৃকোদৰ বৰকাকতীয়ে সঁচাকৈয়ে এদিন বিভূতি ভটক হাইস্কুলত কাম এটা যোগাৰ কৰি দিলে তেতিয়া বিভূতি ভটে মানুহৰ অন্তৰ্নিহিত মহানুভৱতাৰ বিষয়ে সচেতন হৈ গোবিন্দক ক'লে, "সঁচাকৈয়ে! বৃকোদৰ মানুহজন মহানুভৱ, পৰোপকাৰী, গুড্ মেন। মানুহ মাত্ৰেই দুই এটা দোষ থাকিবই। মুঠতে বুইছা ভাষা, সংসাৰত কিছুমান মানুহ পোকে খোৱা মিঠা আমৰ দৰে। তাৰ বেয়া চকল পেলাই বাকী ডোখৰ যেনেকৈ খাবলৈ ভাল সেইদৰে এই শ্ৰেণী মানুহক বেয়া ফালটো বাদ দি ভাল পাব পাৰি।"

এনেকৈয়ে এদিন বিভূতি ভটৰ আশা অভিলাষ স্বপ্নৰ পৰিসমাপ্তি ঘটিল। তাৰপিচত যেতিয়া মূৰৰ ওপৰত এখন চাল আৰু পেটৰ বাবে এগাল ভাতৰ চিন্তা লাঘৱ হ'ল তেতিয়া বিভূতিয়ে উপলব্ধি কৰিলে যে জ্ঞানৰ বুভুক্ষা, পেটৰ ভোকৰ বাহিৰেও মানুহৰ আৰু এটা ক্ষুধা আছে তেতিয়া তেওঁ কোনোবা এটা নিঃসঙ্গ নিৰানন্দ নিৰৰ্থক ক্ষণত বিয়াৰ বিষয়ে

বাপেকে কৰা প্ৰস্তাৱটোত ছোৱালী নোচোৱাকৈয়ে সন্মতি জনাই দিলে।

কোনোবা এটা বৰ্ষাৰ কোনোবা এটা সজল নিশা বিনন্দ-বিহ্বল আবেগেৰে নৱপৰিনীতা পত্নীৰ ওৰণি আলফুলকৈ তুলি বিভূতিয়ে দেখিলে সেই আনত সুষম মুখত এক অপৰিসীম সুখৰ প্ৰতিচ্ছবি। পৃথিবীৰ ধূলিত ভৰি পোত খোৱা দাৰ্শনিকৰ দৰে তেওঁ স্থিৰ কৰিলে যে অনেক নোপোৱাৰ দুখৰ মাজতে ভগবানে মানুহক কেতিয়াবা এনে এটা বস্তু দি দিয়ে যে যাৰ প্ৰাপ্তিয়ে সুখদুখৰ ভাৰসাম্য ৰক্ষা কৰি জীয়াই থাকিবলৈ অনুপ্ৰেৰণা দিয়ে।

তাৰপিছত এদিন দুদিন, এমাহ দুমাহ, এবছৰ দুবছৰ কৈ দহোটা বছৰ পাৰ হৈ গ'ল। ইয়াৰ ভিতৰতে পিপি আহিল, লিপি আহিল, তাৰপিছত আহিল সোনকন। এতিয়া তিনিটা ল'ৰা-ছোৱালীৰে বিভূতি ভট হাইস্কুলৰ ইংৰাজী শিক্ষক। তাৰ বেছি একো নহয়।

পিছে ৰ'ব। আৰম্ভ কৰিছিলো বিভূতি ভটৰ দৰ্শন জ্ঞান বৃদ্ধিৰ কথাৰে। আজি পুৱাই ঘটনাটো নঘটা হ'লে হয়তো তেওঁৰ এই উপলব্ধি নহ'লহেঁতেন। ঘটনাটো হ'ল এনেকুৱা ঃ জুলাই মাহৰ দৰমহা চাৰেতিনিশ টকা আনি তেওঁ ঘৈণীয়েক প্ৰতিমাৰ হাতত দিছিল যোৱা শুকুৰবাৰে। আজি দেওবাৰে পুৱা চাহ পানীটোপা খাই ঘৈণীয়েকক ক'লে বোলে টকা দিয়াচোন ফাটী বজাৰলৈ যাওঁ মাহেকৰ বজাৰখন কৰি আনো। প্ৰতিমাই ক'লে টকা খৰচ হৈ গ'ল। তাই পাটৰ চাদৰ মেখেলাৰ চেট এটা কিনিলে।

চাদৰ মেখেলাৰ চেট। গোটেই দৰমহাটোৰে। বিভূতি বিচুৰ্ত্তি হৈ ক্ষন্তেক টলকা মাৰিলে। এফালে তেওঁৰ সংসাৰ বাঢ়িছে এৰিথমেটিকেল প্ৰগ্ৰেচনত আৰু আনফালে বস্তুৰ দাম বাঢ়িছে জ্যামিত্ৰিকেল প্ৰগ্ৰেচনত। ধাৰত টেটুলৈকে পোত খালে। ধাৰৰ হিচাপ মনত পেলাই দিয়ে বুলি কেইটামান ৰাস্তাই তেওঁ যাবই নোৱাৰা হৈছে। আৰু এই পুৰা দৰমহাটোৰে লৈ থৈছে এটা পাটৰ চেট। খং উঠি গ'ল বিভূতি ভটৰ। খং মূৰৰ চুলি পালেগৈ। শুনাই দিলে তাইক বহুত অশ্ৰাব্য গালি। যদিও [illegible]

চাৰিটা গালি তেওঁৰ দৰে পণ্ডিত ফিলছফাৰৰ মুখৰপৰা কেনেকৈ ওলাল তাকে ভাবি নিজেই তবধ মানিলে।

আবেলি চাহ-তাহ নেখাই বিভূতি ভট আহি লুইতৰ পাৰৰ বেঞ্চখনত বহিল। ভাবিলে, ঠিকেইটো কৈছিল জ্ঞানী চপেনৱাৰে। বোলে তিৰোতাই ভাবে ধন ঘটাটো পুৰুষৰ কাম আৰু খৰচ কৰাটো সিহঁতৰ কাম। ভাবি-চিন্তি চাইহে তেওঁ আৰু কৈছিল যে তিৰোতা হ'ল সকলো অনৰ্থৰ মূল।

বিভূতিয়ে ভাবিলে আৰু তেওঁৰ দৃষ্টি বৰ্ষাৰ দুকূল ওপচা পানীৰে স্ফীত লুইতৰ বুকুৰ ওপৰত পৰিল। নৈৰ বুকুখন কিবা এক নিস্তব্ধ গভীৰ বেদনাৰে উঠা নমা কৰা যেন বিভূতিৰ অনুভৱ হ'ল। বেচেৰা চপেনৱাৰ। কোনোবা এটা বৰ্ডিং হাউছৰ কোঠা এটাত কটালে জীৱনৰ ত্ৰিশটা বৰ্ষৰ এটা কুকুৰৰ লগত। কুকুৰ হ'লেওটো এটা সঙ্গী—এটা লগৰীয়া। মানুহ অকলশৰে জীয়াই থাকিব নোৱাৰে। ফিলছফাৰ হ'লে-ওটো চপেনৱাৰ মানুহ। কি অতল স্পৰ্শী বিমৰ্ষ, কি অবৰ্ণনীয় বিষাদময় জীৱন তেওঁৰ। অনিৰ্বচনীয় এই বিষাদ। এই বেদনা মানুহ হৈ জন্ম গ্ৰহণ কৰাৰ বেদনা। এই বিষাদতেই সৃষ্টি হ'ল তেওঁৰ অমৰ কিন্তু নিস্ফল দৰ্শন।

শুভ্ৰ মেঘাচ্ছাদিত আকাশেৰে সৈতে সমুখৰ পৃথিবীখণ্ডৰ ওপৰত বিভূতিয়ে চকু ফুৰালে। লুইতৰ সৈতে এক জীৱন্ত সত্বাৰ বুকুৰ কঁপনি যেন তেওঁৰ অনুমান হ'ল। কোনো এক অনাদি অতীতৰ পৰা কোনো এক অনাদি ভৱিষ্যৎলৈ প্ৰবাহমান এটা অবিৰাম পৰিবৰ্তনৰ শ্ৰোতৰ আভাস তেওঁ দেখা পালে এই মহানদীৰ জীৱন নিশ্বাসত। তেওঁ অনুভৱ কৰিলে এই মহাকাল ব্যাপি অবিৰাম পৰিবৰ্ত্তনৰ সোঁতত যেন তেওঁ, প্ৰতিমা, পিপি, লিপি, গোবিন্দ শৰ্মা আৰু তাৰ নগৰ বধূ আৰু জীৱন্ত সকলো সত্বাই লীন হব ধৰিছে।

এই শাশ্বত পটভূমিৰ পৰিপ্ৰেক্ষিতত কি ক্ষণভঙ্গুৰ জীৱনটো! তেওঁ ভাবিলে। তাৰ মাজতে কিমান সুখ, কিমান বেদনা, কিমান হা-হুতাশ। প্ৰতিমাৰ চকুৰ পানীৰে মলিন মুখখনলৈ বিভূতি ভটৰ মনত পৰিল। মনত

পৰিল বিগত দহোটা বছৰৰ সৰু সৰু মিঠা স্মৃতিবোৰ। খংটো লাহে লাহে মূৰৰ পৰা নামি আহিল। বিভূতিৰ মনত পৰিল কিছুদিনৰ আগতে প্ৰতিমাৰ গাত ফটা চাদৰখন দেখি কোৱা এষাৰ কথা—এইবাৰ দৰমহা পালে তোমাক এটা ভাল পোছাক দিব লাগিব। তাৰ পিছত কত দৰমহা পালে কিন্তু আজিলৈকে দিয়া নহল। আজি যদি তাই পাটৰ চাদৰ মেখেলাৰ চেট এটা ললেই তাৰ পৰা কি মহাভাৰত অশুদ্ধ হ'ল। ধাৰ লাগিছেই আৰু যেনিবা অলপ বেছি হ'ল, তেওঁতো নেখাই থকা নাই। নিজকে ধিক্কাৰ দি বিভূতি ভট ঘৰলৈ ঘূৰিল। প্ৰতিমাই লৰালৰিকৈ লুচি কেইখনমান ভাজি চাহটোপা মুখৰ আগত থলেহি।

"ভালেই হ'ল তুমি কাপোৰযোৰ ললা। বহুত দিনৰ পৰা ময়ে দিওঁ দিওঁ বুলি ভাবি থৈছিলো। দিয়া আৰু নহ'ল।" বিভূতিয়ে মিঠা মাতেৰে ক'লে।

"সেইটো মইতো মোৰ কাৰণে লোৱা নাই।" তেওঁক আচৰিত কৰি তাই ক'লে।

"তোমাৰ কাৰণে লোৱা নাই মানে?"

"আপুনি কথাবোৰ বৰ পাহৰি থাকে। মামনিৰ (প্ৰতিমাৰ ভণীয়েক) বিয়ালৈ আৰু দুমাহহে আছে। তাইক আমি জানো ভাল বস্তু এটা নিদিলে ভাল হ'ব। অলপ সস্তাতে পাই তাইৰ কাৰণে লৈ থৈছো।"

খুলশালীয়েকৰ বিয়াত কিবা এটা ভাল বস্তু যে দিয়া উচিত তাক ভালকৈ জানিলেও বিভূতিয়ে সেই কথাটো পাহৰি আছিল। প্ৰতিমাৰ প্ৰতি এক অননুভূত অনুকম্পাৰে তেওঁৰ বুকুখন ভৰি পৰিল। একেবাৰেই খাটাং সিদ্ধান্ত কৰাৰ ভাবত তেওঁ গহীনাই ক'লে "চেটতো তোমাৰ পছন্দ হৈছে যেতিয়া সেইটো তোমাকে লাগিব। মামনিৰ বিয়াত পিন্ধিবা। মই মামনিৰ কাৰণে ভাতোকৈ এটা ভাল চেট আনি দিম।"

প্ৰতিমা হঠাৎ শোৱা কোঠালৈ সোমাই গ'ল আৰু অলপ পিছতে কাগজেৰে মেৰিওৱা সৰু টোপোলা এটা আনি গিৰিয়েকৰ সমুখত থৈ ক'লে, "ইয়াত টকা তিনিশ আছে। ধাৰ আৰু কিমান কৰে। এইখিনিৰে

বজাৰখন কৰি আনক গৈ।"

বিচুত্তি হৈ বিভূতিয়ে সুধিলে। "তুমি টকা ক'ত পালা।" "আপুনি সদায় দৰমহাৰ পইচা কেইটা আনি মোৰ হাতত দিয়েহি। মই দুই চাৰি পইচাকৈ সাঁচি থৈ গোটাইছিলো।" প্ৰতিমাৰ স্নেহময় সৰল সুষম মুখত ক্ষন্তেক দৃষ্টি থৈ বিভূতিয়ে ক'লে, "থোৱা থোৱা, পইচাকেইটা তোমাৰ হাততে থোৱা, কেতিয়াবা, টানে-আপদে লাগিলে নিম।" কথাষাৰ কৈ কিবা এটা দুখবেদনা মিশ্ৰিত প্ৰবল অনুভূতিয়ে ডিঙিটো সোপা মাৰি ধৰা যেন অনুভৱ কৰি বিভূতিয়ে তাইৰ উত্তৰলৈ অপেক্ষা নকৰি লৰালৰিকৈ তাৰপৰা উঠি গ'ল।

অসম বাণী: ২৮ মেঃ ১৯৭৬

# চিঠি

মহিলা বন্ধুৰ ঘৰলৈ ফুৰিবলৈ যোৱাৰ সেইটো যে অনুকূল সময় নহয়, সেইকথা তেতিয়া মোৰ মনৰ অগোচৰ। কাৰণ সেইসময়ত প্ৰধান মন্ত্ৰী শ্ৰীদেশায়ে নাৰীচৰিত্ৰৰ বিষয়ে কৰা এটা নিৰ্দোষ মন্তব্যই দেশৰ স্ত্ৰী-সমাজত এটা বিক্ষোভৰ আলোড়ন তুলিছিল।

সেই দুৰ্দিনৰ সময়তে এদিন হঠাৎ মনত পৰিল এগৰাকী স্ত্ৰী স্বাধীনতা-বাদী অৰ্বাচীন ভদ্ৰ মহিলা বন্ধুলৈ। দৰ্শন এটা দি তেওঁক কৃতাৰ্থ কৰিবৰ ইচ্ছা হ'ল। আৰু সেইদিনা এক বিত্তোপন সন্ধিয়া মই যথাসময়ত গৈ মহিলাৰ বাসভৱনত পদাৰ্পণ কৰিলোগৈ।

ভদ্ৰ মহিলাই হৃষ্টচিত্তে মোক আদৰি নি সুসজ্জিত ড্ৰয়িং ৰুমত আথে-বেথে বহুৱালেগৈ আৰু নিজেও মোৰ ওচৰৰে চকী এখনত বহি পৰিল। প্ৰথমে মোৰ গৃহিনীৰ স্বাস্থ্যৰ খবৰ সুধিলে এনে ভাবত যেন মোৰ পত্নী ভালে থকা নথকাৰ ওপৰত তেওঁৰো সুখ-শান্তি বহুখিনি নিৰ্ভৰ কৰিছে। তাৰ পিছত মহিলা দ্বিতীয় পক্ষৰ ভাৰ্য্যা হিচাপে নিজৰ স্বামীৰ স্বাস্থ্যৰ প্ৰতিও যে সচেতন আৰু সতৰ্ক তাক প্ৰতিপন্ন কৰিবৰ বাবে যোৱা মাহত আথ্ৰাইটিচৰ বিষটোৱে গিৰিয়েকক কিমান কষ্ট দিলে তাক ক'লে। তাৰ পিছৰখিনি অন্তৰঙ্গ বাক্যালাপ বা টি টি-য়া-টি টি গুৱাহাটী মহানগৰৰ ধূলি আৰু ম'হ, মাছৰ বৰ্দ্ধিত দাম আৰু এদিন টিঙৰ মাছ খাই তেওঁ-লোকৰ কেনেকৈ প্ৰায় ফুড পয়জনেই হৈছিল তাৰ বৰ্ণনা আৰু ঘৰত কামকৰা ছোৱালীজনী মাকৰ বেমাৰ বুলি ঘৰলৈ গৈ ঘূৰি নহাৰ সম্ভাৱনা-লৈকে অগ্ৰসৰ হোৱাৰ পিছত কথোপকথনৰ বিৰতি কৰি ভদ্ৰমহিলা ভিতৰ সোমাল।

কিছুপৰৰ পিছত একপট উতলা এক্সপ্ৰেচ' কফি আৰু ধুনীয়া কাট গ্লাচৰ বাতিত এবাতি শীতায়ীত অৰ্থাৎ ফ্ৰিজড্ ৰচমলাই আনি মহিলাই মোৰ সমুখৰ টিপয়খনত থৈ এনেভাৱে মুক্তবালে যেন পদাৰ্থখিনি মোৰ

পেটলৈ যোৱাৰ কথা ভাবি তেওঁ আনন্দিত হৈছে।

ৰূপৰ চামুচখনেৰে চুচামুচমান পেটলৈ ঠেলিছোহে এনেতে ভদ্ৰমহিলা উঠি গৈ ওচৰৰে ড্ৰয়াৰ এটা খুলি খবৰ কাগজ এখন উলিয়াই আনি মোৰ সমুখত থৈ ক'লে, "ইয়াত সম্পাদকলৈ লিখা প্ৰথম চিঠিখন পঢ়ি চাওকচোন।"

মই অলপ বিচুৰ্তি হৈ কাগজখন লুটিয়ালো। সেই সময়ত ভাৰতৰ ভালেমান কাকত আলোচনীত দেশায়ে কৰা মন্তব্য লৈ নানা ধৰণৰ আলোচনা চলিছিল। সেই চিঠিও সেই বিষয়ৰে এটা ধেমেলীয়া মন্তব্য। ইতিমধ্যে মই পঢ়িছিলো। কাকত জপাই ক'লো, "মই পঢ়িছো, ভাল লিখিছে।"

এইবাৰ মৃগনয়নৰ অপাঙ্গ দৃষ্টিৰে মোক নিৰীক্ষণ কৰি মহিলাই ক'লে—"ভাল লিখিছে। আপুনি কয় কি হেৰি! নাৰী জাতিক অপমান কৰি ইয়াতকৈ আৰু বেছি বেয়া কথা কোনোবাই ক'ব পাৰেনে।"

হঠাৎ দুষ্ট-বুদ্ধিৰ অপদেৱতাই মূৰত সুৰসুৰাই দিলে, ক'লো—"ফিমেল হ'ম চেপিয়েনচৰ বিষয়ে জ্ঞানীলোকে কৰা এটাইতকৈ মজাৰ মন্তব্যটো এতিয়াও এখোন কোনেও উল্লেখ কৰা নাই।"

ঘন মাচকাৰা অৱলেপনেৰে গধুৰ চকু পতা আৱশ্যকতাতকৈ বেছি ওপৰলৈ তুলি ভদ্ৰমহিলাই সুধিলে, "মজাৰ মন্তব্যটোনো কি?

মই তেতিয়া জাৰ্মান ভাষাৰ পৰা ইংৰাজীলৈ কৰা তাৰ অনুবাদটো পৰিশুদ্ধ অসমীয়ালৈ অনুবাদ কৰি ক'লো—"পুৰুষৰ কামিহাড়ৰ পৰা সৃষ্টি হ'ল নাৰী, পুৰুষে ক'লে, হায় হায়, মোৰ বেচেৰা কামিহাড় কেচলাৰ কি শোচনীয় পৰিণতি।" আৰু মহিলাক কিঞ্চিত অপ্ৰভিত যেন দেখি লগে লগে ইংৰাজী অনুবাদতোও কৈ শুনালো—'ৱ ুমেন ইজ ক্ৰিয়েটেড্ আউট অৱ্ মেনচ ৰিবচ; ৱাণ্ডাৰফুল ইজ দি পভাৰটি অৱ্ মাই ৰিবচ-চেইঞ্জ মেন।" কথাফাঁকি যে নীটচেৰ তাকো লগতে জনালো।

মেক্সফেক্টৰ অঙ্গৰাগৰ আলিপনেৰে সুষম ভদ্ৰমহিলাৰ মুখ ঘিউত ৰঙাকৈ ভজা লুচি দুখনৰ দৰে ফুলি উঠিল। একেবাৰে নিশ্চুপ হৈ গ'ল মহিলা। কিছুপৰ মোৰ মুখলৈ বিভ্ৰত দৃষ্টিৰে চাই লৈ ধপ কৰে উঠি ভিতৰ সোমাই

গ'ল। ধেমালিৰ চলতে কোৱা কথাটোত মানুহগৰাকীয়ে বেয়াই পালে নেকি বুলি ভাবি কি কৰোঁ নকৰো তাৰ চিন্তা শেষ কৰাৰ আগতে তেওঁ ওলাই আহি মোৰ সমুখৰ টেবুলৰ ওপৰত কলম আৰু চিঠি লিখা বহী এটা দলিয়াই থৈ আকৌ আগৰ ঠাইত বহিল আৰু মোৰ মুখৰ ভেবা লগা ভাবটো লক্ষ্য কৰি সন্তোষ মনেৰে আৰম্ভ কৰিলে, "কোৱা শুনিছো আপুনি হেনো গল্প লিখে। অৱশ্যে আপোনাৰ গল্প পঢ়ি নষ্ট কৰিব পৰা সময় মোৰ নাই। তথাপি আশাকৰো ভাল লিখে। গতিকে সম্পাদকলৈ এখন চিঠি লিখিব পাৰিব। এই চিঠিখনৰ প্ৰতিবাদ জনাই নাৰী জাতিক প্ৰশংসা কৰি আপুনি এতিয়াই এখন চিঠি লিখি থৈ যক। মই কাইলৈ পঠি কৰি দিম।"

মই ক'লো বোলো "ৰবচোন, বেয়া নাপাব। মই ধেমালিহে কৰিছো। চেৰা বলিয়া জাৰ্মানটোৱে ক'লে বুলিয়েই আপোনালোক বেয়া হ'লনে।" আৰু লগতে নাৰীতকৈ পুৰুষ যে শ্ৰেষ্ঠ নহয় আৰু নাৰী পুৰুষ দুয়ো লগ লাগিহে পৰস্পৰৰ সম্পূৰ্ণতা লাভ হয় বুলি বাস্কিনে কৰা মন্তব্যটোও কৈ শুনালো। মোৰ কথা গাত নলগাৰ দৰে অসন্তোষ প্ৰকাশ কৰি মহিলাই সুধিলে, "লিখিবনে নিলিখে কওক ?"

মই ক'লো, বোলো গল্পৰ ক্ষেত্ৰত মোৰ কলম চলোৱাৰ অভ্যাস আছে যদিও সম্পাদকলৈ চিঠি লিখাতো মোৰ জুৰিজডিকশ্যনৰ বাহিৰ।

তেতিয়া বুদ্ধিমতী মহিলাই নাৰীৰ চিৰকলীয়া কৌশলৰ অস্ত্ৰপাত প্ৰয়োগ কৰিলে। মোৰ মুখলৈ চাই পাতল-পিশংগ বঙী লিপষ্টিকেৰে বোলোৱা ওষ্ঠাধৰ মৃদু হাস্যৰে সম্প্ৰসাৰিত কৰি মাতত মৌ সানি ক'লে, "মোৰ এটা সামান্য অনুৰোধ আপুনি নাৰাখে বুলি মই ভাবিব নোৱাৰো। সঁচাকৈয়ে চাওকচোন এটায়ে আমাক ঠাট্টা মস্কৰা অপমান কৰিছে। আপুনি ভাল কথাৰে এখন চিঠি লিখক আৰু পৃথিৱীৰ ডাঙৰ ডাঙৰ অথৰিটিয়ে তিৰোতাৰ বিষয়ে কোৱা কিছুমান ভাল কথাৰ কটেশ্যন তাত দিয়ক। নাৰীজাতিৰ আন্তৰিক কৃতজ্ঞতা লাভ কৰিব।"

বুজিলো—ইমানতো সৈমান নহলে মহিলাই মোক ক্ষমা নকৰে। যাহে

সময়ে ভদ্ৰমহিলাৰ মনোৰঞ্জক সঙ্গ-সুখ আৰু শীতাগীত বছমলাইৰ সোৱাদৰ পৰা বঞ্চিত হোৱাৰ আশঙ্কাত আৰু মহিলাক অযথা মনোকষ্ট নিদিবৰ বাবে মই চিঠি এখন লিখিবলৈ সন্মত হলো। কিন্তু যিহেতু অথৰিটী ক'ট কৰিবলৈ পুথি-পত্ৰ চোৱাৰ আৱশ্যক তাকে উপলক্ষ দেখুৱাই চিঠিখন পাছ-দিনা লিখিম বুলি কৈ তেওঁক ৰাজী কৰালো। প্ৰকাশ কৰাৰ আগেয়ে অথৰিটিয়ে কোৱা ভাল কথাৰে সৈতে চিঠিৰ খচৰা এটা কৰি তেওঁক আগতে দেখুৱাই লবলৈও মই সন্মত হলো।

চিঠিৰ ড্ৰাফটো মই নিজে লৈ গৈ দেখুৱালে তেওঁ কিমান বেছি আনন্দ পাব সেই ভাবটোও এনেভাৱে প্ৰকাশ কৰিলে যেন তেওঁৰ মনত আনন্দ দিয়াৰ বাহিৰে জীৱনত মোৰ অন্য ভাল কাম নাই।

ঘৰলৈ আহি চিঠি লিখাৰ কথা ভাবি মই নিৰুৎসাহ। তিৰোতাৰ ভাল গুণৰ বিষয়ে মই কেতিয়াও চিন্তা কৰা নাই কাৰণ সেই সকলো মহৎ গুণ মই মোৰ তিৰোতাতে নিতৌ প্ৰতিফলিত হোৱা দেখা পাইছো। তথাপি চিন্তা কৰিলো, দুই চাৰিখন কাকত পত্ৰ লুটিয়ালো।

দুদিন গ'ল চিঠি হৈ নুঠিল। তৃতীয় দিনা মই কি লিখিব খুজিছো তাৰ আভাস দি লৰালৰিকৈ মহিলালৈ এখন চিঠি লিখিলো। ইংৰাজী কাকতত দিব লাগে কাৰণে ইংৰাজীতে চিঠিখন লিখিলো আৰু লগতে মহিলাক জোকাই অলপ আনন্দ লাভ কৰাৰ লোভ সামৰিব নোৱাৰি যুমেন শব্দটোৰ পৰিবৰ্তে ইউ অৰ্থাৎ তুমি বা তোমালোক শব্দটো ব্যৱহাৰ কৰিলো। ফল স্বৰূপে অসমীয়া ভাবাৰ্থত মোৰ চিঠি এনে হ'ল :

মৰমৰ মিচেচ অমুক !

চিঠি লিখাত পলম হোৱাৰ বাবে বেয়া নাপাবা। মই এতিয়া উপলব্ধি কৰিছো যে তুমি ঈশ্বৰৰ সৃষ্টিত সবাতোকৈ সুন্দৰতম বস্তু। হাৰগ্ৰেভে কৈছিল "তুমি পৃথিৱীৰ কবিতা, যেনেকৈ আকাশৰ কবিতা তৰা। আকাশত জ্যোতিময়, দীপ্তিময় ছন্দময় নক্ষত্ৰ মণ্ডলীৰ দৰে মানৱজাতিৰ অদৃষ্ট-নিয়ন্তা তোমালোক পৃথিৱীৰ নক্ষত্ৰমণ্ডলী।" তাৰ পিছত স্কট, থেকাৰে, পল ৰিছাৰ, ডিকেন্স, বেঞ্জামিন ফেংকলিন, চেক্সপীয়েৰ আৰু টেনীচনৰপৰা কিছু

কথা উদ্ধৃত কৰি মেলহাৰিয়ে কোৱা এই কথাৰে সামৰণি মাৰিলো— সৃষ্টিকৰ্তাই মানুহ সৃষ্টি কৰি অনুশোচনা কৰিব পাৰে কিন্তু তোমাক সৃষ্টি কৰাৰ বাবে অনুতপ্ত হোৱাৰ কোনো কাৰণ নাই।

চিঠিখন লেফাফা এটাত ভৰাই গম এলেপা সানি বন্ধ কৰি ওপৰত মহিলাৰ নাম এড্রেচ লিখি টেবুলৰ ওপৰত থৈ সান্ধ্য ভ্ৰমণৰ বাবে বহিৰ্গত হলো। ভাবিলো পাছদিনা নিজে গৈ দি আহিম নহলে ডাকতে দিম।

গধূলি ঘূৰি আহি ঘৰ সোমাই পৰিৱেশটো আগতকৈ সলনি যেন অনুমান হ'ল। য'ৰ বস্তু য'ত যেনেকৈ থাকিব লাগে তেনেকৈ নাই। মোৰ সাত বছৰীয়া সৰু ল'ৰাটোৱে আগৰ দৰে দুষ্টামী নকৰি অসময়ত কিতাপ লৈ বহিছে। চকু মুখত ভয়াৰ্ত ভাব। গৃহিনীক য'ত দেখিব লাগে নেদেখি বিচাৰি গৈ শোৱাঘৰৰ বিচনাত আৱিষ্কাৰ কৰিলোগৈ। ফুট গধূলিতে কিয় শয্যাগত হ'ল আৰু শৰীৰৰ অৱস্থা ভালে আছেনে নাই তাক সুধিলত ভাৰ্য্যা বিচনাত পোন হৈ বহি লেই লেই ছেই ছেই কৰি ক'লে, "ইয়াত কি কৰিবলৈ আহিছে, যাওক অমুকীৰ মুখখন চাই বহি থাওকগৈ" আৰু মোৰ মুখ কেহেৰাগুঁৰ বটাৰ দৰে ক'লা পৰিছেনে নাই তাক খন্তেক অৱলোকন কৰি যোগ কৰিলে, "ছি, ছি, ছি, চাৰিটা ল'ৰা-ছোৱালীৰ বাপেৰ হৈ বুঢ়া-কালত প্ৰেমৰ চিঠি লিখিবলৈ লাজ নালাগিলনে?"

তাৰ পিছতে যি ক'লে সেয়া অশ্ৰাব্য। প্ৰত্যুত্তৰ দি আৰু লঘু হোৱাতকৈ আঁতৰাই ভাল বুলি ভাবি মই তাৰ পৰা লাহেকৈ পুলুকা মাৰিলো।

তাৰ পিছত এদিন ভাৰ্য্যাৰ শান্ত মনোৱস্থাত মই প্ৰকৃত ঘটনাতো কৈছিলো, বিশ্বাস কৰিলে নে নাই তাক মই আজিও ক'ব নোৱাৰো।

অসম বাণী—এপ্ৰিল ১৯৮০

# মগজুৰ দোষ

পুৱা দোকমোকালিতে সাৰ পায় যদিও পুলকানন্দ গোস্বামী লগে লগে বিচনাৰ পৰা উঠি নাহে। প্ৰথমে চকু মুদিয়েই কাষত ঘৈণীয়েক আছে নে নাই খেপিয়াই চায় আৰু ঘৈণীয়েকৰ ওপৰত হাত পৰিলে এতিয়া ছকুৰি চাৰি বছৰ বয়সতো অলপ পুলকি উঠে আৰু কিছুপৰ টনা-আজোৰা কৰাৰ পিছতহে ঘৈণীয়েকক উঠি যাবলৈ দিয়ে। তাৰ পিছত কিছুপৰ বিচনাত পৰি থাকি চিন্তা কৰে আৰু সেই সময়ৰ ভিতৰতে জীৱনৰ ভালেমান সমস্যাৰ মানসিক সমাধানো কৰি পেলায়।

আজিও পুৱা সাৰ পায়ে গোসাঁয়ে ঘৈণীয়েকক খেপিয়াই নেপাই লেপখন টানি লৈ চিত হৈ পৰি চিন্তামগ্ন হ'ল। আজি হঠাত পুলকা গোসাঁইৰ (এই নামেৰেহে তেওঁ জনাজাত) নিজৰ নামটো মনত পৰিল। শ্ৰীপুলকানন্দ গোস্বামী—চমৎকাৰ নাম, গোসাঁয়ে ভাবিলে, দেউতাক সদানন্দ গোস্বামী তস্য পুত্ৰ পুলকানন্দ গোস্বামী। তেওঁ দেউতাকৰ আৰ্হিতে নিজৰ প্ৰথম পুত্ৰৰ নাম বিমলানন্দ গোস্বামী আৰু দ্বিতীয় পুত্ৰৰ নাম হৃদয়ানন্দ গোস্বামী ৰাখিছে। বাঃ নামৰ কি বাহাৰ! গোস্বামীৰ মনে মনে হাঁহি উঠিল—যেন গোস্বামী ফেমেলিটোৱে আনন্দ মহাসাগৰত জলকেলি কৰি ফুৰিছে! পিছে তেওঁৰ নিজৰ বেলিকা নামে কামে নিমিলিল। অসমীয়া জাতিৰ আত্মৰক্ষাৰ আন্দোলনটো আৰম্ভ হবৰ পৰা কামলৈ যোৱাৰ কথা ভাবিলেই তেওঁৰ দেখোন দুৰ্বাসাৰ খং উঠাদি খং উঠা হ'ল। কৈলাশ উকীলক কৈ এফিডেভিট এটা দি নামটো সলাই শ্ৰীৰোষেশ্বৰ গোস্বামী কৰিলে কেনে হয়—পুলকানন্দ গোস্বামীয়ে নিজকে সুধিলে।

নামৰ তাৎপৰ্য্য চিন্তা কৰি গোসাঁইৰ পিতাকলৈ চেৰেং চেৰেংকৈ মনত পৰিল। অৱশ্যে পিতাক সদানন্দ গোস্বামীয়ে নিজৰ নামৰ মান ৰাখি সদায় আনন্দ মনেৰে থাকিয়েই স্বৰ্গবাসী হ'ল। ত্ৰিচ টকা দৰমহাত কেছাৰিত কেৰেণী কামত সোমাইছিল। তেতিয়া লৱাৰ ডিভিজন এচিষ্টেণ্ট নোবোলাত

কেৰেণীৰ সম্মানৰ লাঘৱ নাইবা আৰ্থিক অৱস্থা এতিয়াতকৈ শোচনীয় হোৱা নাছিল। আজীৱন কেৰেণী হয়ে থাকিল—সংসাৰৰ লেঠা-পিঠা মাৰিলে, ছটা ল'ৰা-ছোৱালী ডাঙৰ-দীঘল কৰি পঢ়াই-শুনাই বিয়া-বাক দি থৈ গ'ল। অৱশেষত নিজে ৰিটায়াৰ কৰাৰ পিছত তেওঁ যেতিয়া কোনোমতে বি, এৰ জপনাখন পাৰ হ'ল তেতিয়া ৰৰচাহাবক কৈ তেওঁকো কুৰি বছৰ বয়সতে কেছাৰিত কেৰেণী কামত সুমাই থৈ গ'ল। সি আজি একুৰি চাৰি বছৰৰ আগৰ কথা।

তেওঁৰ ল'ৰালি মনত ছাপ বহুৱাই যোৱা পিতাকৰ কিছুমান অভ্যাস—ধৰণ-কৰণ গোস্বামীৰ মনত পলৰি। ভাত-পানী খাই পুৱা ঠিক চাৰে ন বজাত পিতাক কামলৈ ওলায়, মাকে পইচাৰ পাৰ্চটো আৰু তামোলৰ ৰূপৰ টেমাতো আনি দিয়ে। ছয়োটা বস্তু বুকু বন্ধ কোটৰ জেপত সাৱধানে সুমাই লৈ হাঁহিমুখে ওলায় যায়—পিছে পিছে মাক আগচোতালৈকে ওলাই আহে। চিৰকলীয়া বুঢ়া লগুৱা বাপুকণে বেলি বাইচাইকুলখন পদূলি মুখলৈ উলিয়াই দিয়ে। চুৰিয়াৰ থোৰটোৰে ওলোটাই পোন্ধ মাৰি লৈ পিছ চকাৰ ফুটহল্ডত বাওঁ ভৰিটো থৈ সোঁ ভৰিৰে দোপকেইটামান মাৰি বাইচাইকুলত উঠে—লাহে লাহে আগবাঢ়ে। মাক ভিতৰ সোমায়।

আবেলি ছুটীৰ পিছত চক-বজাৰত সোমাই নিত্য প্ৰয়োজনীয় বস্তু কিনি বাইচাইকুলত কপকপীয়াকৈ লগাই লোৱা কেনভাচৰ বেগটোত ভৰাই লৈ ঘৰলৈ ঘূৰি আহে। বাপুকণ নেথাকিলে বাইচাকুলখন আগচোতালতে বেৰত আওজাই থয়। মাক ব্যস্ত হৈ পৰে। পিছফালৰ বাৰাণ্ডাত মূঢ়াটো পাৰি হাতমুখ ধুবলৈ পানীৰ লোটাতো আৰু গামোচাখন দি থৈ চাহ-জলপান কৰেগৈ।

খাই উঠি সদানন্দ গোস্বামী পিছফালৰ বাৰান্দাতে বেতৰ আৰামী চকীখনত আউজি বহে। মুৰ্চিদাবাদী চিকচিকীয়া গুড়গুৰিটোৰ ৰূপেৰে বন্ধোৱা নলিচাডালৰ ওপৰত দলদলিয়া আঙঠাৰে সুগন্ধি মলাধপাতৰ চিলিমটো আনি বাপুকণে ফু ছুটামান মাৰি লগাই থৈ যায়। মাকে ফুলকটা পাণবটাটোত তামোল-পাণ লৈ ওচৰতে মূঢ়া এটা পাৰি বহে। দেউতাকে

চকুহাল মুদি যেতিয়া দীঘলকৈ হোপা এটা মাৰে তেতিয়া তেওঁক মুৰ্চিদাবাদৰ নবাব যেনেই লাগে। এৰা, পিতাকৰ জীৱনৰ সেই গতি আছিল ছন্দময়-আনন্দময়-প্ৰাণময়। পুলকা গোসাঁয়ে ভাবিলে আৰু লেপৰ তলৰ পৰা মূৰ উলিয়াই তেতিয়াও ভালকৈ পোহৰ নোহোৱা যেন দেখি আকৌ মূৰ সুমালে।

বাৰু, পিতাক আছিল সদানন্দ সেইবাবে তেওঁ হ'ল পুলকানন্দ সেইটো তেওঁ বুজিলে; কিন্তু সেইবুলি একেটা কেছাৰিতে তেৱেঁা কেৰেণী কিয় হ'ল। পুলকা গোসাঁযে পুনৰ চিন্তা আৰম্ভ কৰিলে। অৱশ্যে তাৰ বাবে তেওঁ নিজে জগৰীয়া। দেউতাকে ইঞ্জিনিয়াৰীং পঢ়ুৱাবৰ মন কৰিছিল, প্ৰথমবাৰ মেট্ৰিকুলেচন পৰীক্ষাত গণিততে ফেল নমৰা হ'লে এতিয়ামানে হয়তো বান-নিয়ন্ত্ৰণ বিভাগৰ কাৰ্যকৰী অভিযন্তা হৈ ফ্লাড কণ্ট্ৰল কৰিব নোৱাৰিলেও গুৱাহাটীত মাটি এডোখৰ লৈ আৰ-চি-চি বিল্ডিং এটা বান্ধিব পাৰিলেহেঁতেন। কপালত নাছিল নহ'ল, তাৰ বাবে তেওঁৰ দুখ নাই। ল'ৰাৰ ডিভিজন এচিষ্টেণ্ট হৈ সোমাইছিল—এতিয়া তেওঁ হেড্ এচিষ্টেণ্ট। দেউতাকৰ লেখিয়াকৈ তেওঁ বাইচাকুলত অফিচলৈ নেযায়, স্কুটাৰ এখন লগে তাতে যায়। আজিকালি স্কুটাবৰ কথা ভাবিলে গোসাঁয়ে লগতে ঘৈণীয়েকৰ কথাও ভাবে। প্ৰথমতে ঘৈণীযেক স্বপ্নালীয়ে স্কুটাৰত উঠিবলৈ আপত্তি কৰিছিল। পিছৰ চীটত বহি গিৰিয়েকৰ ককালত ধৰি ঘণ্টাত সত্তৰ কিলোমিটাৰ বেগেৰে ভ্ৰমণ কৰিবলৈ ললে কেতিয়া ঠেং-মূৰ ভাঙে ঠিকনা নাই। তদুপৰি ওচৰ চুবুৰীয়াই বুলিব কি। এতিয়া লাজ ভয় ভাগিল। ককালতো ধৰিব নেলাগে। এতিয়া দেওবাৰ হ'লেই স্কুটাৰত তুলি চিনেমা দেখুৱাবলৈ নিব লাগে।

এৰা, জীৱনটো এক হিচাপে ভালেই চলিছিল—এনেকৈয়ে চলি গ'ল-হেঁতেন যদি ল'ৰা-ছোৱালীমখাই এই বিদেশী বহিষ্কাৰৰ আন্দোলনতো নকৰিলেহেঁতেন। তেওঁ আন্দোলনত সক্ৰিয় সহযোগ কৰিছে—নকৰিব কিয়! তাৰ ওপৰতেই যে অসমীয়া জাতিৰ—তেওঁৰ মৰমৰ বিমলানন্দ হৃদয়ানন্দৰ ভৱিষ্যত সুখ নিৰাপদতা নিৰ্ভৰ কৰিছে। এবাৰ নিলম্বিত হৈছিল, আকৌ

যেনিবা থাপিলে। এবাৰ এৰেষ্টো হ'ল—কৈলাশ উকীলে যেনিবা মোকোলাই আনিলে। ইয়াৰ পিছত বা আৰু কিমান দুখ দুৰ্গতি আছে। ওপৰৱালা-জনৰ মতে তেওঁ বোলে এক নম্বৰ ট্ৰাবল ছুটাৰ।

এৰা চাকৰিটোকে এৰি দিব পৰা হ'লে হয়তো মনটো কিছু ভাল লাগিল হয়।

আজিকালি আত্মসন্মান গণতান্ত্ৰিক স্বাধীনতা ৰাখি কাম কৰাৰ ভিকাচন ভাগিল। পিছে লেঠা হ'ল ডাঙৰটো ল'ৰাৰ বয়স মুঠে দহ বছৰ আৰু সৰুটোৰ হ'ল আঠ বছৰ। ছোৱালী এটা হব বুলি আশা কৰিছিল পিছে স্বপ্নালীয়ে ক'লে তৃতীয়টো লাহে ধীৰে। এতিয়া অৱশ্যে তেওঁ স্বপ্নালীৰ ওজৰ আপত্তি নাকচ কৰি দিলে—দুকুৰিত সোমাল হেমাহি কৰি থাকিলে পস্তাব লাগিব। গতিকে ফল স্বৰূপে এতিয়া ঘৈণীয়েকৰ গাত সাত মাহ। তিনটা ল'ৰা-ছোৱালীৰে সৈতে কামটো এৰিলে খাব কি! চাকৰি ৰাখি খোৱাৰ ধান্দাত পুলকানন্দ গোস্বামীয়ে লেপখন আঁতৰাই উঠি আহিল।

সেইদিনা কেছাৰিলৈ আহি নিজৰ চকীখনত বহি পুলকা গোসাঁয়ে জেপৰ পৰা ফণিখন উলিয়াই মূৰটো ফণিয়ালে। তাৰ পিছত চুৰটৰ পেকেটটো উলিয়াই এটা জ্বলালে। আহি পালে তেওঁ সদায় চাহ এপিয়লা খায়, আজি পিয়নটোক চাহ আনিবলৈ হাক দিলে। চুৰটটো আধা হোপাৰ পিছত এচট্ৰেখনত গোঁজ মাৰি সুমাই থৈ গোস্বামীয়ে টেবুলৰ ওপৰৰ ফাইল কাগজবোৰৰ ওপৰত এবাৰ চকু ফুৰালে। তাৰ পিছত থিয় হ'ল, কোটতো খুলি চকীৰ পিঠিত ওলোমাই থৈ কৈলাশ উকীলক বিচাৰি বাৰ-লাইব্ৰেৰীৰ ফালে ওলাই গ'ল।

কৈলাশ দত্ত আৰু পুলকা গোস্বামী একে গাৱঁৰে মানুহ। সমবয়সী। সৰু কালৰে পৰা একে স্কুলত একেলগে পঢ়িছিল। দুয়োৰে মাজত সম্ভাৱ আৰু বন্ধুত্ব নিৰ্ভেজাল। এতিয়া একেটা কেছাৰিতে এজনে কাম কৰে এজনে ওকালতী কৰে।

কৈলাশক লগত লৈ দুয়ো বন্ধু বটছুৰ চাহৰ দোকানত বহিলগৈ।

"দেশ কালৰ গতি দেখি কাম-বন কৰিবৰ মন নোযোৱা হ'ল, মন-

চন ভাল নাই।” গোস্বামীয়ে ক'লে।

“আমাৰ বুঢ়া হাজৰিকা উকীল চকীত বহি টোপনিয়াই থাকোঁতেই চি-আৰ-পিয়ে বাং পিটা দিবৰে পৰা কেছাৰিলৈ আহিলেই মোৰ প্ৰেচাৰটো বাঢ়ে। সেইবুলি এতিয়া ওকালতিও নকৰিম নে?” কৈলাশ উকীলে ক'লে।

“মোৰ আকৌ আন এটা বিকাৰ হয়। আমাৰ জনপ্ৰিয় চৰকাৰে গাদীত বহিয়েই গোসাঁনীয়ে বাল লোৱাৰ দৰে চাৰিটা নৰ-বলি লোৱাৰে পৰা মোৰ চকীখনত বহিলেই তেজবোৰ গৰম হৈ উঠে। কাৰোবাক কৰবাত নেল মুচৰি ৰং চাবৰ মন যায়।”

“তুমি কলেজত পঢ়োতে এবাৰ নে দুবাৰ ৱেইট লিফটিঙত প্ৰাইজ পোৱা নাছিলা জানো! এতিয়া জানো আগৰ জোৰ আছে?” পাতল আনন্দময় ভাবেৰে কৈলাশে সুধিলে।

“এতিয়া কেতিয়াবা বাইচেপ মাচুলটো তু'ল সক ল'ৰাটোক কওঁ— ভুকুৱা, কিমান তোৰ জোৰ আছে চাও। গাৰ বলেৰে গোটাচেৰেক ভুকু মাৰি মোক কেৰেপ নকৰা যেন দেখিলে তাৰ সৰু সৰু চকুহাল ডাঙৰ হৈ জলমলাই উঠে।”

গোসাঁয়ে বুকুৰ ভিতৰৰ গধুৰ ভাববোৰ চেপামাৰি ৰাখিবৰ চেষ্টা কৰি ক'লে। “তুমি তেনেহ'লে, এটা কাম কৰা। চকীখন এৰি চম্বলৰ ফালৰ পৰা পাক এটা মাৰি আহা। যদি সুবিধা যেন দেখা চকীখনত আকৌ নবহি সাহসী কামটোতে ধৰা। আজিকালি ডকাইতিত অকল ধনেই নহয় মান, মৰ্য্যদা, পাৱাৰ, পালিটিকেল পুল আদি মানুহৰ আৱশ্যকীয় সকলো বস্তু আছে।” কৈলাশে তেওঁৰ স্বাভাৱিক ঢঙেৰেই ক'লে।

বটহুৱে টেবুলৰ ওপৰত ঠাণ্ডা পানী দুগিলাচ থৈ সুধিলে, “খাবলৈ কি দিম চাব? গৰম গৰম লালমোহন আছে।”

“আন, তাৰে দুটা দুটা আন।” আৰু বটহু যোৱাৰ পিছত কৈলাশক ক'লে, “পে কাট আছে এই মাহত, কোনো ফালে জোৰা নমৰে, লাল-মোহনকে খাওঁ কি বোলা?”

"জানাই তো পৰৰ খোৱাই উকীলৰ কাম।" কৈলাশে ক'লে।

"ৰবা—হেৰি নহয় কৈলাশ, একৰকম কালি বনগীত এফাঁকি প্ৰচলিত আছিল নহয়।" গোসাঁয়ে আৰম্ভ কৰিলে।

"যেনে—"

"সেই যে—ৰাইজে মোৰ ৰজা ঐ, বুকুৰে বান্ধে ঐ, ৰাইজে মোৰ সেৱাৰে থলি, ৰাইজে পাতিছে, ৰাইজে ভাঙিছে, ৰাইজৰ বলতে বলি ঐ বান্ধে। সেই ফাঁকিৰ কি হ'ল?"

"অ' সেইফাঁকি—এতিয়াও বলবত আছে—পিছে ভাবাৰ্থ কিছু সলনি হ'ল।" কৈলাশে পানী এঢোক খাই ক'লে।

"কেনে হ'ল বা?"

"ৰাইজৰে মই ৰজা ঐ, বিদেশী মোৰ বান্ধে ঐ, তুমিয়ে মোৰ ভোটৰে থলি, তুমিয়ে পাতিছা তুমিয়ে ভাঙিছা, তোমাৰে বলতে বলি ঐ বিদেশী হ'ল।"

কৈলাশৰ কথাত ৰং পাই গোস্বামীয়ে কোনোমতে দাঁতপাৰি দেখাকৈ হাঁহিলে, তাৰ পিছত গহীন হৈ সুধিলে, 'কৈলাশ, আজিকালি সত্য, ন্যায় বিচাৰ দয়া-মমতা, সততা, বোলা গুণবোৰ ধৰাতলৰ পৰা সমূলঞ্চে লোপ পালে নেকি যে মানুহবোৰ ইমান ৰসাতলে গ'ল, এই দেশতে জানো একালত ৰামৰাজ্য নাছিল?"

"সেইবোৰ ৰামৰ যুগতে খটম হ'ল", কৈলাশে ক'লে, "যিদিনা বিভীষণ লংকাত ৰজা হ'ল সিদিনাৰ পৰা কলিযুগ আৰম্ভ হ'ল। কলি যুগত পালটিকচেই মানুহৰ শ্ৰেষ্ঠ কৰ্ম আৰু তাকে কৰিবলৈ যি গুণৰ প্ৰয়োজন সি সৰ্বোত্তম গুণ হিচাপে বিবেচিত হৈ ধৰাতলত প্ৰাধান্য লাভ কৰিলে।"

"এ ৰবাহে", খিং খিঙাই উঠি গোস্বামীয়ে ক'লে, "তুমি চব কথাতে পেংলাই কৰি থাকা; সঁচাকৈ কোৱাচোন আমাৰ এই আন্দোলনটো কি হবগৈ বুলি তুমি ভাবা? তেৰাসবে আশা কৰিছে মানুহৰ তিতা-কেঁহা লাগি আন্দোলনটো মূৰকত ফেল মাৰিবগৈ।"

"তিতা-কেঁহা লাগিব কিয়?" উকীলে ভেবা কৰি সুধিলে।

"নেলাগিব! সোধপোচ নাই পুলিচ, চি-আৰ-পিয়ে বাটে-ঘাটে টঙনিয়াই তোমাৰ হাত-ভৰি ভাঙিব, গান্ধীৰ নাম লৈ অহিংস সত্যাগ্ৰহ কৰিলেও হয় গুলিয়াব নহয় নেচনেল চিকিউৰিটিত ধৰি জেলত ভৰাব, আন্দোলনৰ নামত আ কৰিলেই মুখত সোপা দিব—আৰু তোমাৰ তিতা-কেঁহা নেলাগিব?"

"আলবৎ নেলাগে", কৈলাশে বিশ্বাসেৰে ক'লে, "যিমানে দমন অন্যায় অবিচাৰ বাঢ়িব সিমানে মানুহৰ মনোবল বাঢ়িব, দৃঢ়তা বেছি হ'ব। আন্দোলন চলি আছে আৰু অসমীয়া মানুহৰ মনে-পিঠে খোৱা সন্তোষজনক সমাধান এটা নহয় মানে চলি থাকিব।"

"বাৰু সেইতো বুজিলো, পিছে মই কি কৰোঁ কোৱাচোন। কেছা-ৰিলৈ আহি চকীখনত বহিলেই গাত বিজবিজান উঠে, মটমটনি শুনিলেই ঘূৰ্টীয়াই দিবৰ মন যায শান্তি নেপাওঁ আনফালে কৰ্মচাৰী পৰিষদৰ সভ্য হোৱাৰ পৰা চাহাবৰ দাঁতৰ কুটা চকুৰ হুল হ'লো—মাৰো কাটো কৈ হুমিয়াই আছে।"

"তুমি তেল টেঙা ঘাঁহ চাহাবৰ সতে আকৌ সনা-পিঠা হবলৈ চেষ্টা কৰা।"

"অ, সেইটোহে ভাল উপদেশ দিলা।" বুলি কৈ মাতবোল নকৰাকৈ গোস্বামীয়ে লালমোহনৰ জুতি লবলৈ ধৰিলে।

কেছাৰিলৈ ঘূৰি আহি নিজৰ চকীখনত বহি গোস্বামীয়ে কিছুপৰ কিবা এটা গভীৰ চিন্তা কৰিলে। তাৰ পিছত শুদা কাগজ এখন উলিয়াই এখন দৰখাস্ত লিখিলে। লিখি উঠি এবাৰ পঢ়ি চাই কোটতো পিন্ধি দৰখাস্তখন হাতত লৈ গোস্বামী কমৰ পৰা ওলাই গ'ল।

বৰচাহাবৰ কক্ষৰ দুৱাৰখন খুলি গোস্বামী ভিতৰ সোমাল। চাহাবে এজন আৰক্ষী বিষয়াৰ সতে কিবা আলোচনা কৰি আছিল। চাহাব আৰু আৰক্ষী বিষয়া দুয়ো পুলকানন্দ গোস্বামীক ভালকৈ চিনি পায়। গোস্বামী কেছাৰিত এজন চিনিয়ৰ চাকৰিয়াল। অতুলনীয় কাৰ্যদক্ষতা, চোকা-বুদ্ধি, সাধুতা আৰু আত্মাভিমানৰ বাবে তেওঁক যে সকলোৱে সমীহ কৰি চলে তাকো দুয়ো ভালকৈ জানে। গতিকে সম্প্ৰতি চৰকাৰৰ মগুহৰ কাঁইট

বুলি ভাবিলেও পেটে পেটে কিছু শ্ৰদ্ধাও কৰে। এতিয়া আগেয়ে অনুমতি নোলোৱাকৈ নিৰ্ভীক বে-পৰোৱাভাৱে তেওঁক ভিতৰ সোমোৱা দেখি ছুয়ো আচৰিত হৈ মুখলৈ চালে। চাহাবৰ সমুখত থিয় হৈ গোস্বামীয়ে ক'লে "মই আজিৰ পৰা কাম বিজ্বাইন দিছো।" দৰখাস্তখন তেওঁ চাহাবৰ সমুখত টেবুলৰ ওপৰত থ'লে।

এনে এটা কাণ্ডৰ বাবে অপ্ৰস্তুত চাহাবে কেইপলমান ভধা লাগি গোস্বামীৰ মুখলৈ চাই কৈ উঠিল "আপুনি ৰিজ্বাইন দিছে।"

"হয় দিছো।" অতি সহজ কিবা এটা কৰা ভাবত গোস্বামীয়ে উত্তৰ দিলে। কাগজখন তুলি লৈ পঢ়ি চাই চাহাবে "সুধিলে, বেয়া স্বাস্থ্যৰ বাবে কাম কৰিবলৈ অক্ষম— আপোনাৰ কি হৈছে?"

"মোৰ চাৰ আজি কিছুদিনৰ পৰা শৌচ খোলোচা নোহোৱা হ'ল অফিচলৈ আহি চকীখনত বহিলেই পেট্টো ভোটভোটাই থাকে আৰু ভমিটিং টেণ্ডেন্সি হয়।"

জীৱনত কেতিয়াও এনে পৰিস্থিতিৰ সমুখীন নোহোৱা চাহাবে ভেবা লাগি চাই তেওঁৰ কথাৰে প্ৰতিধ্বনি কৰিলে "ভমিটিং টেণ্ডেন্সি হয়!"

"হয় চাৰ, আৰু ফটিকা খোৱা মানুহৰ দৰে গাটো থৰক-বৰক লাগে— মনটো উৰো উৰো কৰে আৰু কামত মন নবহে।" কোনো ধৰণৰ অনু-ভূতি নোহোৱাকৈ গোসাঁয়ে ক'লে আৰু চকী এখন টান মাৰি লৈ বহি চুৰটৰ পেকেটতো জেপৰ পৰা উলিয়াই এটা জ্বলালে। আৰক্ষী বিষয়াজনে কিবা এটা ক'বলৈ উচপিচাই উঠিল, পিছে চাহাবৰ মুখৰ ভাব দেখি পেপুৱা লাগি বহি থাকিল। ক্ষন্তেক বিমূঢ়ভাৱে গোস্বামীৰ মুখাভাব নিৰীক্ষণ কৰি পিছ মুহূৰ্ত্ততে নিজক সংযত কৰি চাহাবে ক'লে, "আচ্ছা আপুনি যাওক— মই ভাবি চাওঁ।"

গোস্বামী ওলাই যোৱাৰ পিছত চাহাবে আৰক্ষী বিষয়াৰ ফালে চাই, ক'লে, "আচৰিত! মানুহটোৰ মগজুৰ বিকাৰ হোৱা নাইতো?"

চাহাবৰ সকলো কথাই নিৰ্ভুল বুলি ধৰি লোৱা আৰক্ষী বিষয়াই চাহাবে ঠিকেই সন্দেহ কৰিছে বুলি অনুভৱ কৰি দুখিত হোৱাৰ ভাবত ক'লে,

"ভাব-গতি দেখি যি বুজিলো সিও একো অসম্ভৱ নহয়। বেচেৰা।"

চাহাবৰ কক্ষৰ পৰা ওলাই গোস্বামী পুনৰ নিজৰ চকীখনৰ ওচৰলৈ ঘূৰি নগ'ল। সেইদিনা বেছাৰি ছুটী হোৱাৰ আগেয়ে সকলোৰে মাজত এই কথা বজনজনা হৈ পৰিল যে পুলকানন্দ গোস্বামীৰ মগজুৰ বিকাৰ ঘটিছে, চাকৰি ৰিজাইন দিলে।

সেইদিনা গধূলিৰ পৰা গোস্বামীৰ ঘৰলৈ সহকৰ্মী আৰু সহানুভূতিশীল মানুহৰ সোঁত বৰলৈ আৰম্ভ হ'ল। কোনোৱে দৰখাস্ত প্ৰত্যাহাৰ কৰিবলৈ, কোনোৱে মেডিকেল লিভ লবলৈ পৰামৰ্শ আগবঢ়ালে, কোনোৱে চাহাবক কৈ দৰখাস্ত নামঞ্জুৰ কৰোৱাবৰ চেষ্টা কৰিব পাৰো বুলি ক'লে, কোনোৱে তেওঁ লগত নেথাকিলে সহকৰ্মীসকলৰ মনোবল কমিব বুলি ক'লে আৰু কোনোৱে পেটে পেটে মগজু বিকাৰৰ সম্ভাৱনাও নোহোৱা নহয় বুলি ভাবি লৈ স্বপ্নালীয়ে আথে-বেথে দিয়া চাহ-জলপান খাই ঘৰাঘৰি গ'ল।

সকলো যোৱাৰ পিছত কৈলাশ উকীলে সুধিলে, "পিছে সংবাদ পাই পৰিবাৰে কেনে ভাবে ল'লে কথাটো?"

"প্ৰথমে শুনিয়েই পৰিবাৰৰ চকুহাল আঁৱৰীয়া বেমাৰিৰ দৰে ঢেল খালে।" অতপৰে মানুহক কৈফিয়ৎ দি হায়ৰাণ হৈ পৰিস্থিতিটো আনন্দ-মুখৰ কৰিবৰ উদ্দেশ্যে গোস্বামীয়ে ক'লে।

"তাৰ পিছত?"

"তাৰ পিছত ক'লো বোলো ৰবাচোন কথাটো ভালকৈ শুনি লোৱা।"

"তেতিয়া?"

"তেতিয়া পৰিবাৰৰ চকুৰ পতা পিৰিকপাৰাক কৈ মেল খালে।"

"ৰক্ষা। তাৰ পিছত একা?"

"তাৰ পিছত কথাটো ক'লো।"

"কলা নে—বেচ বেচ—কি কলা?"

"কলো বোলো কামত থাকিলে মোকো এদিন নেচনেল চিকিউৰিটিত থৰি ভাগলপুৰ ভেজিব আৰু ভাগলপুৰত যদি মোৰ চকু দুটা কাঢ়ি পেলায় তেতিয়া তোমাক ভেস্পাত তুলি চিনেমা চাবলৈ কোনে নিব।"

"পৰিবাৰে কি ক'লে?"

"পৰিবাৰ তেতিয়া অলপ ওচৰ চাপি আহিল আৰু চেনিৰ ৰসত ওপঙি থকা ৰসগোল্লাৰ দৰে প্ৰেমৰ ৰসত ওপঙি থকা চলচলীয়া চকুহাল মোৰ ওপৰত থৈ ক'লে—নেখায়ে থাকিম—তথাপি আপোনাক ভাগলপুৰলৈ যাবলৈ দিব নোৱাৰো বুইছে।"

দুয়ো বন্ধুৱে হাঁহিলে। তাৰ পিছত গহীন হৈ কৈলাশে সুধিলে, "বাৰু সেইটো বুজিলো, কিন্তু কি ভাবি কামটো এৰিলা আৰু তাৰপৰা তোমাৰ কি লাভ হ'ল তাকহে ভালকৈ অনুমান কৰিব পৰা নাই।"

"মোৰ নিজৰ লাভ মনৰ শান্তি। অৱশ্যে আন্দোলনটোৰ বিষয়ে মই চিন্তা কৰা নাই কাৰণ তুমি কোৱাৰ দৰে মোৰো বিশ্বাস যে ই চলি আছে, আৰু যেতিয়ালৈকে সমস্যাটোৰ এটা মনে-পিঠে খোৱা সমাধান নহয় তেতিয়ালৈকে চলি থাকিব। এতিয়া আমাৰ প্ৰধান সমস্যা হৈছে প্ৰকৃততে জনপ্ৰিয় এক চৰকাৰ গঠন কৰা। কোনো গভৰ্ণমেণ্ট অন্যায় অবিচাৰ দমন নিপীড়ণৰ ওপৰত নিৰ্ভৰ কৰি স্থায়ী হ'ব নোৱাৰে—বুৰঞ্জীয়েই তাৰ সাক্ষী। মোৰ বিশ্বাস নিজৰ জন্মভূমিৰ প্ৰতি মৰম থকা আমাৰো এখন জনপ্ৰিয় চৰকাৰ এদিন গঠিত হ'ব। তেতিয়া সেই চৰকাৰে অনায়ৰ বলি হোৱা চাকৰিয়ালসকলৰ কথাও ভাবিব। নিৰপৰাধী চাকৰিয়ালৰ বুকুৰ তেজেৰে দিশপুৰৰ মাটি কিয় ৰঙা হ'ল, দেশখন বিদেশীৰ পৰা ৰক্ষা কৰা বুলি কোৱাৰ বাবেই কিয় দুখ দুৰ্গতি ভুগিব লগা হ'ল তাৰ বিচাৰ কৰিব।

কৈলাশ উকীলে কিছুপৰ টলকা মাৰি কিবা এটা ভাবিলে তাৰ পিছত ক'লে, "চাহাবে তোমাৰ মগজুৰ দোষ হৈছে বুলিহে ভাবিছে।"

"স্বাভাৱিক কথা", গোস্বামীয়ে ক'লে, "যি মানুহে চাকৰিটো ৰাখিবৰ বাবে নিজৰ বাই-ভনী ল'ৰা-ছোৱালীৰ ওপৰতো অমানুষিক নিৰ্যাতন চলাব পাৰে সেই মানুহে আমাৰ দৰে গৰীৱ মানুহে চাকৰি ইস্তফা দিয়াটো সুস্থ মানুহৰ কাম বুলি ভাবিব নোৱাৰে।"

তাৰ পিছতো দুই বন্ধুৱে অনেক আলোচনা বিলোচনা কৰাৰ পিছত

কৈলাশে বিদায় ল'লে। কৈলাশ যোৱাৰ পিছত গোস্বামীয়ে লিগিৰা ল'ৰাটোক মাতি ক'লে, "কণপাই মোৰ স্কুটাৰৰ বেগতে নতুন চিলিম এটা আৰু ধপাতৰ টোপোলাটো আছে। উলিয়াই আন আৰু ধপাত এচিলিম লগাই গুড়গুৰিটো আনি দে।"

কণপায়ে সেই বস্তু আনি দিয়াৰ পিছত বাপেকৰ দিনৰ আৰামী বেতৰ চকীখনত বহি গুড়গুৰিৰ নলীডাল মুখত লৈ চকু মুদি গোস্বামীয়ে দীঘল হোঁপা কেইটামান মাৰি অনুভৱ কৰিলে—পিতাকে তেওঁৰ নাম কিয় পুলকানন্দ গোস্বামী থ'লে। ●

অসম বাণী—১৯৮১ এপ্ৰিল

# ভাল মানুহ

গধূলিপৰত সাজ-পাৰ পিন্ধি ঘৰৰ পৰা ওলাব খুজিয়েই মোৰ হঠাৎ মনত পৰিল আজি শনিবাৰ আৰু এতিয়া গধূলিপৰ। ততালিকে বিহুগীত এফাঁকিও মনলৈ আহিল: শনিবাৰে গধূলি যামে দেহেছৰী কাঠৰে নঙলা খুলি, কুকুৰে ভুকিলে ওলাই তই আহিবি ক'তে কি দেখিছ বুলি'। বাহনা হাইস্কুলত পঢ়োতে মোৰে দদাই নে খুড়া এজনে গোৱা শুনিছিলো, মনত বৈ গৈছিল।

কাইলৈ নে পৰহিলৈ ৰঙালী বিহু। বাহনা এৰা আজি একুৰি বছৰৰো ওপৰ হ'ল, এতিয়া মোৰ বিহু-চিহ্নত ৰাপ নোহোৱা হ'ল। পিছে মোৰ নহ'লে কি হ'ব, মোৰ দেহেশ্বৰীৰ বিহু বুলিলে এনে উলাহ যেন ৰান্ধনি ঘৰতে এপাক মাৰিব। নগৰতে ডাঙৰ হোৱা, মাটিৰ হাকিমৰ ছোৱালী। অসমীয়া সংস্কৃতিটো বৰা চাউল আৰু হুচৰিৰ মাধ্যমেৰে বিকাশ-বিস্তাৰৰ উদ্যোগী। সেয়ে বিহু কমিটিৰ কিবা মিউজিকনে সংস্কৃতি শাখা এটাৰ চেক্ৰেটৰী। আজি কেইদিনমানৰ পৰা চান্দমাৰী বিহুতলীলৈ মাকো মৰাদি মাৰিছে। আৰু তিল পিঠা নে সুতুলি পিঠাৰ প্ৰতিযোগিতাত যোগ দিবলৈ বুলি ঢেঁকী নাই যদিও উড়াল এটাতে চিড়া-পিঠা খুন্দি পুৰাৰে পৰা উখল-মাখল লগাই অলপ আগতে বিহুতলীলৈ ওলাই গৈছে।

সেয়েহে হবলা গীতফাঁকি মনত পৰিল।

মুখৰ ভিতৰতে গীতটি গুণগুণাই মোৰ হঠাতে উপলব্ধি হ'ল যে মই এতিয়া নঙলা-খোলা চহাইটিত নাই। গুৱাহাটী মহানগৰৰ নবীন নগৰত মই কাৰো ঘৰৰ সমুখত কাঠৰ নঙলা দেখা নাই। ময়ো এতিয়া মহানগৰ নিবাসী এক আঢ্যৱন্ত সন্মানিত ব্যৱসায়ী বা বিজিনেচমেন। মোৰ পিতা চাৰিগাঁৱৰ এম. ই. নে এম. ভি. স্কুল এটাৰ হেডপণ্ডিত আছিল বুলি আৰু আমাৰ বাহনাৰ ঘৰৰ সমুখৰ বাঁহৰ নঙলা কেডালৰ কথা আজি কোনেও নেজানে। এতিয়া মোৰো চিড়িয়াখানা পথৰ অট্টালিকাৰ সমুখত লোহাৰ

গেট। গতিকে মই ভাবিলো যে, এতিয়া যদি কোনোবাই খুলিবৰ ইচ্ছা কৰে তেতিয়া হ'লে লোহাৰ গেট খুলিব লাগিব। আৰু লোহাৰ গেটৰ কথা ভাবিয়েই অণিমাহঁতৰ প্ৰাসাদোপম বাসভবনৰ সমুখৰ নীলা লোহাৰ গেটখনলৈ মোৰ চেৰেংকৰে মনত পৰিল।

টেলিভিছনৰ পৰ্দাত জিলিকাদি মোৰ দিব্যচকুত অণিমাৰ পদুম-কলিয়া চকু আৰু তিল-ফুলীয়া নাকেৰে স্বভাৱ-সুন্দৰ মুখখন ভিৰবিৰাই উঠিল। আৰু বুকুৰ ভিতৰত ৰোমাঞ্চকৰ পিৰপিৰণি এটা উঠা-নমা লাগি চকি এখনতে বহি পৰিলো আৰু খন্তেক চিন্তামগ্ন হ'লো।

অণিমাৰ স'তে মোৰ বহু দিনৰ ঘনিষ্ঠতা। প্ৰথমতে গুৱাহাটীলৈ আহিয়েই কিছুদিন অণিমাহঁতৰ ভাড়াঘৰ এটাতে আছিলো। এদিন ভাড়া দিবলৈ গৈ দেখা-সাক্ষাত আলাপ-পৰিচয় হ'ল। তাৰ পিছত ভাড়া দিব লগা নেথাকিলেও মাজে সময়ে ভিজিট একোটা দিয়া হ'লো। কালক্ৰমত সি নিয়মীয়া হৈ পৰিল। শেষত জা-জলপান আলাপ-আলোচনাৰ মাজেদি প্ৰেম নে কাম ভাব এটা সঞ্চাৰ হৈ মাজে সময়ে মনটো উচল-পাচল লগাত কি কৰো নকৰো তাক ভাবি থাকোঁতেই এদিন তাইৰ শুভবিবাহৰ খবৰটো পালো। ল'ৰাটো মোৰে বন্ধু,—বন্ধু মানে যিহেতু খাটি বস্তুটো ইহ সংসাৰত বিৰল, মই মোৰ চা-চিনাকি সমবয়সী সকলোকে বন্ধু বোলো, যোৰহাটৰ এজন চাহ-বাগিচাৰ মালিকৰ পুত্ৰ। অণিমাই আনে নজনাকৈ মোক দেখুৱাবলৈকে এদিন এসোঁতা চকুপানী টুকিলে, তাৰ কেইদিনমানৰ পাছতে অৱগুণ্ঠনাবৃতা হৈ চাহ-বাগিচাৱালাৰ পুত্ৰৰ সহিত হোমৰ গুৰিত বহি গ'ল। কিছুদিনৰ পাছত ময়ো এদিন ছেগ বুজি নগাঁৱৰ পেঞ্চন খাই থকা মাটিৰ হাকিম এজনৰ সুকন্যা নামৰ গ্ৰেজুৱেট কন্যাৰত্ন এটি মোৰ ঘৰ পোহৰাবলৈ আনি থলো। ক'বলৈ পাহৰিছোৱেই, পণ্ডিতৰ ল'ৰা বুলিয়েই নেকি জানো, এতিয়া যেনেকৈ ব্যৱসায় কৰি ধন ঘটাত পাকৈত হ'লো, তেনেকৈ এসময়ত বিদ্যা আৰ্জনত পাকৈত হৈ মই ইংৰাজীত এম.এ. পাছ কৰিছিলো। সেয়েহে মোৰ সুকন্যা লাভ নহ'লে জানো মোৰ দৰে ডেকাক মাটিৰ হাকিমে পোচে?

এইবোৰ আজি দহ বছৰৰ আগৰ কথা।

তাৰ পাছত মোৰ ব্যৱসায়ৰ উন্নতি হ'ল, ধনজন বাঢ়িল আৰু মই মহানগৰত ঘৰ-দুৱাৰ সাজি নিগাজি হৈ বহি গ'লো। মোকে দেখি অণিমাৰ গিৰিয়েক বসন্ত শইকীয়াৰো গা উঠিল। তেওঁলোকেও বশিষ্ঠৰ ফালে কেবা বিঘাও মাটি কিনি অট্টালিকা সাজি গুৱাহটীয়া হৈ গ'ল। ময়ে এদিন সুকন্যাক নি অণিমাৰে সৈতে চা-চিনাকি কৰি দিলো; কিন্তু প্ৰথম সাক্ষাততে বোধহয় দুই নাৰীৰ মাজত এক ফেৰিয়া-ফেৰিৰ ভাব উদয় হোৱাত আহ্-যাহ্ কমি গৈ শেষত অণিমাৰে সৈতে মোৰ দেখা-সাক্ষাতৰ দিনকেইটা আঙুলিৰ মূৰত লেখিব পৰা হ'লো।

আজি কেইদিনমানৰ আগতে ফাঁচী বজাৰৰ ডালমুটৰ দোকান এখনত অণিমাক লগ পাইছিলো। মোক দেখি তাই ডালিমগুটীয়া আগদাঁতকিটা উলিযাই হাঁহি কৈছিল, "কি খবৰ? ভাল নে? তোমাৰ ফাপৰে খোৱা মুখখন দেখোন নেদেখাই হ'লো। আহিবাচোন কথা আছে।" বুলি কৈ ডালমুটৰ পেকেটটো ভেনিটি বেগত ভৰাই কোবাকুবিকৈ ওলাই গৈছিল।

এতিয়া মোৰ তাকো মনত পৰিল। সাতে সোতৰই মিলাই ভাবিলোঁ যে যাওঁ, আজিয়েই গৈ লেংৰা আমৰ দৰে মোৰ সুগঢ়ী সুকোমল সোৱাদ মুখখন অণিমাক দেখুৱাই থৈ আহোঁগৈ। কিনো কথা তাৰো ভু লওঁ। ইয়াকে স্থিৰ কৰিলো যদিও ঘন হাজৰিকাৰ ল'ৰাটোৰ কথা মনত পৰাত আকৌ অলপ থেৰোগেৰো লাগিল।

ঘন হাজৰিকা মোৰ প্ৰতিবেশী। তাৰ ঘৈণীয়েক প্ৰতিমা সুকন্যাৰ দূৰ সম্পৰ্কীয় লগা-ভগা। সেয়ে সিহঁতে আমাক বাইদেউ ভিনদেউ বুলি সম্বোধন কৰে। মোৰ পৰিবাৰে নিজতকৈ অৱস্থাহীন সম্পৰ্কীয় মানুহৰ স'তে হলি-গলি কৰা মই আজি দহ বছৰ দেখা নাই; কিন্তু হাজৰিকাহঁতৰ ক্ষেত্ৰত তাৰ ব্যতিক্ৰম ঘটিছে। তাৰো কাৰণ আছে।

প্ৰতিমাই বাইদেউ বুলিলে স্নেহ-শ্ৰদ্ধাৰ তাপত ঘিউ গলাদি গলে। ঘৰুৱা কাম-বনত লাচনি পাঁচনি কৰি সহায় কৰাৰ উপৰিও সুকন্যা চিনেমা, সভা-সমিতি আদি অলৈ তলৈ গ'লে প্ৰতিমা পিছে পিছে ছাঁটো ফুৰাদি ফুৰে।

ঘন হাজৰিকা কেইখনমান বাতৰি কাগজৰ সাংবাদিক নে প্ৰতিনিধি। মানুহক জাৰ্ণেলিষ্ট বুলি কয়। অসম আন্দোলনত সক্ৰিয় সহযোগ কৰি কেবাবাৰো পুলিচৰ লাঠিৰ কোব খাইছে। ধনৰ নহ'লেও কলমৰ জোৰ থকাৰ বাবে মানুহে সমীহ কৰে। কোনো কোনোৱে আকৌ খবৰ কাগজত লিখি তেওঁলোকৰ গুপ্ত ৰহস্য ভেদ ভাঙি দিয়ে বুলি ভয়ত খাতিৰ খোচামতি কৰে। বিজিনেচমেন হিচাপে তেনে এটা ভয় মোৰো নোহোৱা নহয়। তদুপৰি ধনৰ সহায়ত মই দুই-চাৰিটা চৰকাৰী চাপ্লাইৰ বিল মাজে সময়ে ঘোচ নিদিয়াকৈ পাচ কৰাই আনিছো। ইত্যাদি কাৰণত ময়ো ঘনক মিঠা কথা কৈ চুকচুকাই থাকোঁ।

ঘনৰ প্ৰতি সুকন্যাৰ ভাল ভাৱ আৰু এচাপ ওখত। মোৰ পৰিবাৰৰ স'তে আলাপ-আলোচনা কৰোঁতে ঘনই এনে মনোভাব প্ৰকাশ কৰে যেন সুকন্যাৰ দৰে নাৰীসমাজৰ আদৰ্শ মহিলা লাখত হে এক। মুখৰ আগতে প্ৰশংসা কৰা শুনিছো সুকন্যাই হেনো সুন্দৰ বক্তৃতা দিব পাৰে। মুখ মেলিলেই কলহৰ মুখে পানী ঢলাৰ দৰে ভাব-ভাষা বৰষিবলৈ ধৰে। তদুপৰি ঘন বোলে কিবা চছিয়েল ৱাৰ্কাৰ। অ'ত ত'ত সভা-সমিতি পাতি ফুৰে। আৰু মহিলা সভা-তভা হ'লেই মোৰ ঘৈণীক হয় সভাপতি নহয় নিৰ্দিষ্ট বক্তা পাতে। সভা শেষ হোৱাৰ পাছত ঘনই মোৰ ঘৰলৈ আহি সুকন্যাৰ লেকচাৰটো কিমান উপভোগ্য হ'ল তাৰ আলোচনা কৰি পিছদিনা টুৰত যাবৰ বাবে ঘাটি পৰা টকা অলপ মোৰ ঘৈণীৰ পৰা ধাৰলৈ নিয়ে। ধাৰ পৰিশোধ কৰাৰ কথা ঘৈণীয়ে মোক কোৱা নাই, ময়ো সোধা নাই কাৰণ তেনে সৰুসুৰা কথাত কাণ দিয়া মোৰ স্বভাৱ নহয়। সুকন্যাৰ বক্তৃতা শুনাৰ দুৰ্ভাগ্য মোৰ হোৱা নাই যদিও আৰু ঘৰৰ গৃহিণীয়ে এল. পি. স্কুলত লেকচাৰ দি ফুৰাটো মই পচন্দ নকৰো যদিও মই হকা-বধা দিয়া নাই। কাৰণ আজি বক্তৃতা দিয়াই যুগধৰ্ম। তদুপৰি লেকচাৰৰ ফটকা ফুটায়েই যদি বিধায়ক বা তেনে কিবা এটা হব পাৰে তেতিয়া মোৰ বিজিনেচৰ বাবে সুবিধা ওলায়।

এই প্ৰতিমা—ঘন হাজৰিকাৰে চাৰে চাৰি বছৰীয়া, দেখিলে মৰম লগা

খোলোকা ল'ৰাটো লাটুমণি। আমাৰ ল'ৰা পিণ্টুৰ বয়সীয়া। ছুৱোটাকে কেতিয়াবা একেলগে ওমলা দেখিছো। ঘৈণীয়ে অথনিয়েই কৈছিল লাটুমণিৰ বোলে পেটৰ বিকাৰ। ঘনহঁতৰ চাৰ্বাক সুশ্ৰুতৰ ওপৰত অগাধ বিশ্বাস, কবিৰাজে উদৰাময় নে আমাশয় কিবা এটা বুলি বড়ি খুৱাইছে যদিও ভাল হোৱা নাই, বৰং কিছু বেয়াৰ ফালেহে ঢাল লৈছে। ঘনও বোলে ঘৰত নাই, নেতা কেজনমানৰ সতে অসম-বাংলা সীমান্ত পৰিদৰ্শন কৰিবলৈ গৈছে। এতএব, যিহেতু মোৰ মটৰ গাড়ীখন আছেই, ময়ে ল'ৰাটো নি মেডিকেল কলেজ হস্পিতালত থৈ আহিবগৈ লাগে। অৱশ্যে যদিও মই মোৰ মাৰ্ক ফ'ৰ গাড়ীখন এম্বুলেঞ্চ হিচাপে ব্যৱহাৰ কৰাৰ নিয়ম বান্ধি থোৱা নাই তথাপি আগতে মোৰ প্ৰতিবেশী ছুই-এগৰাকী আসন্ন-প্ৰসৱা মহিলাক ছাত্ৰীবাৰী মিচন হস্পিতালত থৈ অহাৰ পূৰ্বদৃষ্টান্ত অৰ্থাৎ প্ৰিচিডেণ্ট আছে। তত্নপৰি মানুহক বিপদে আপদে সহায় কৰাটো মানুহৰ কৰ্তব্য বুলি হেডপণ্ডিতে কোৱা কেতিয়াবা মোৰ মনত পৰে। সেয়েহে ল'ৰাটো থৈ আহোগৈ বুলি ওলাই মোৰ বিহুগীত মনত পৰিল। শেষত মই ইয়াকে ঠিক কৰিলো যে আগতে অণিমাৰ ঘৰৰ পৰা পাকটো মাৰি আহোঁ, তাৰপিছত তাক থৈ আহিমগৈ। আৰু এঘণ্টা পলম হ'লেও কথা নাই; ল'ৰা মানুহৰ পেটৰ বিকাৰ হয়েই, ভাল হৈ যাব। ইয়াকে স্থিৰ কৰি মই গাড়ীখন লৈ ওলাই গ'লো।

অণিমাই মোক দেখি প্ৰথমতে বিজুলী ঢেৰেকনি মাৰিব খোজা মেঘৰ দৰে মুখ ওন্দোলাই আহিছিল য'দিও ক'লে, "হঠাৎ দেখোন, বহা।"

মই মোৰ থুলন্তৰ শৰীৰটো আলফুলকৈ চকি এখনত থৈ পোনেই দৰকাৰী খবৰটো ললোঁ।

"শইকীয়া আছে নে নাই ?"

অণিমাই মোক দেখি আনন্দ নোপোৱাৰ ভাবত ক'লে, "নাই, বাগিচালৈ গ'ল। কিয় আহিলা কোৱাচোন ?" এনে নীৰস প্ৰশ্ন মই আশা কৰা নাছিলো। সঁচা কথাটোকে খাৰাংখাচ কৈ পেলালো, তোমাৰ ধুনীয়া মুখখন চাবলৈ মনটো লিক্ লিকাই আছিল, সেয়ে আহিলো।"

তাকে শুনি অণিমাৰ মুখৰ ভাব ফৰকাল হ'ল। তাই বাঁহপতীয়া জ্ৰ-যুগল ওপৰলৈ দাঙি মোক আগেয়ে নেদেখাৰ দৰে চাই ক'লে "আজি দেখোন বৰ মনত পৰিল!"

মই ৰহস্যময় মিচিকিয়া হাঁহি এটাৰে তলস্নুৰীয়াকৈ ক'লোঁ, "মনততো সদায়ে পৰে—পিছে কি কৰিবা "

এইবেলি তাই সলসলীয়া হৈ পৰিল, ক'লে, "আহিলা ভাল পালো, কি খবৰ কোৱা?"

মই ক'লোঁ বোলো "মোৰ খবৰ-তবৰ একো নাই, সিদিনা তুমিহে কৈছিলা বোলে কিবা কথা আছে।"

মোৰ কথাত গুৰুত্ব নিদি তাই ক'লে, "এ কৈছিলো নেকি! জানো কি কথা পাহৰিলো। বাৰু ৰবা, এতিয়া খাবলৈ দিওঁ; আজি উৰুকা, তুমি ভাতসাজ মানে তোমাৰ ডিনাৰটো আমাৰ ঘৰতে খাই যোৱা।"

অণিমাৰ ঘৰত ডিনাৰ খোৱা গম পালে মোৰ ঘৈণীৰ কেনে প্ৰতিক্ৰিয়া হ'ব পাৰে তাক ভাবি মোৰ গাৰ নোম উচাপ খোৱা কেটেলা পহুৰ কাঁইটৰ দৰে ঠৰঙা হ'ল, ক'লো, "ডিনাৰটো বাদ দিয়া, আন কিবা ভাল বস্তু এটাকে খুওৱা।"

সক ল'ৰা-ছোৱালীৰ মনত তুষ্ট ভাব উদয় হ'লে তাওৰক দেখি চুচুক্ চামাক্ কৰাৰ দৰে মোৰ ফালে টেকৰাকৈ চাই তাই ক'লে, "যি খোৱা খাবা—ব'লা ভিতৰত বহিবা।"

ভিতৰত এটা প্ৰকাণ্ড সুসজ্জিত ড্ৰয়িং ৰুমলৈ মোক নি অণিমাই মোক বহিবলৈ কৈ ভিতৰ সোমাল। এহতীয়া স্প্ৰিঙৰ কুচনেৰে কোমল, আহল-বহল চোফা এখনত বহি লৈ মই এখন চিনেমা-আলোচনীৰ ছবি চাবলৈ ধৰিলো। কিছুপৰৰ পিছত তাই ওলাই আহি সুধিলে, "কি খাবা কোৱা!"

মই ক'লো, "বৰা চাউলৰ পিঠা-পনাৰ বাহিৰে যি আছে। সেইবোৰ খালে মোৰ টেঙা পানী হয়।"

ৰঙাকৈ ভজা সুতুলি পিঠাৰ দৰে সুঠাম ওঁঠ দুটা বিস্তৃত কৰি অণিমাই হাঁহি মাৰি ওলাই গ'ল। কাবাৰ্ড এটা খুলি ৰাম এবটল উলিয়াই আনি

টেবুলৰ ওপৰত থ'লে ফ্রিজটো খুলি এবটল পানী আৰু কিছুমান বৰফৰ টুকুৰা উলিয়ালে। তাৰ পাছত গিলাচ দুটা আনি দুপেগ ঢালি পানী আৰু বৰফ মিহলাই এটা গিলাচ মোৰ আগত থৈ আনটো গিলাচ তাই দাঙি লৈ মোৰ ফালে টোৱাই ক'লে, "হেপ্পি নিউ ইয়েৰ।"

অণিমাৰ মইমতালি ভাব দেখি মই সুধিলো, "তুমি কেতিয়াৰ পৰা চেৰাপত ধৰিলা? শইকীয়াই একো নকয় নে?"

শইকীয়াৰ কথাৰে কেৰেপ নকৰাৰ সুৰত তাই ক'লে, "নিজেই পিপা, লোকক কি কব!"

"তোমাক মদপী কৰি শইকীয়াই বেয়া কাম কৰিছে।" মই মন্তব্য কৰিলো।

ঢোকা ঢোকে পি গিলাচটো প্রায় শেষ কৰি তাই ক'লে, "শইকীয়াই ভাল কামেই বা কি কৰিছে।"

মই কিছু চিন্তা কৰি ক'লো, "কি কৰিছে মই অৱশ্যে তাৰ ভু লোৱা নাই। কিন্তু অনুমান হৈছে চাহ-বাগিচাৰ কাম ভাল কৰিছে। প্রায়ে দেখোন বাগিচাতে থাকে। কিহৰ ইমান কামহে বাগিছাত?"

"শইকীয়াই বাগিচাত কুলি ছোৱালী এজনী ৰাখিছে, সেয়ে কাম।" বুলি কৈ তাই বৰকৈ হাঁহি উঠিল।

মই আচৰিত নহৈ তেনে কথা যেন কোনো কথাই নহয় এনে ভাবত তাক উৰাই দি সুধিলো "এতিয়া যদি শইকীয়া আহি উপস্থিত হয় কি কৰিবা?"

"বেচ মজা হ'ব," তাই ক'লে, "ক'ম বোলো তুমি আহি ওলাবাহি বুলিছো আমি ভবা নাছিলো। নহ'লে অতপৰে নব কুমাৰ দত্তক,—মোৰ এনে ফিল্মী নাম হেড পণ্ডিতে কিয় ৰাখিছিল ভাবিলে আচৰিত হওঁ,—কিবা ভাল বস্তু এটা খুৱাই অতপৰে বিদায় কৰিলো হয়।" তাকে কৈ তাই আকৌ গা জোঁকাৰ খাই যোৱাকৈ হাঁহি উঠিল। তাইৰ মতি-গতি দেখি ময়ো আনন্দত আপ্লুত হৈ কৈ পেলালো, "সঁচাই, অণি, তোমাক মোৰ কেতিয়াবা বৰ ভাল লাগি যায়।"

ভাল লগাতো আৰু গভীৰ কৰি তোলাৰ উদ্দেশ্যেই যেন তাই ক'লে, "আৰু এপেগ খোৱা।"

মই খালি গিলাচটো তাইৰফালে ঠেলি দি ক'লো, "আজিকালি মদ খোৱাটো খাৰ খোৱা অসমীয়াৰ সমাজত ষ্টেটাচ চিম্বল হ'ল। কি যে বিৰাট স্নবাৰি। মই সিদিনা বাৰশ টকাত ছুবটল বিলাতী মদ কিনি এক ভদ্ৰলোকক ঘোচ দি আহিছো।"

তাকে শুনি অণিমাই চুঙা চাই সোপা দি ক'লে, "নহ'লে তোমাৰ দৰে ভদ্ৰলোক স্নববোৰে ঘোচ খোৱা টকাবোৰ কিহত খৰচ কৰিবা কোৱা।"

মই তেতিয়া ক'লো বোলো মই ঘোচ নেখাওঁ, ঘোচ খুৱাওঁ হে; তেতিয়া তাই খোৱা আৰু খুউৱা দুয়োটা· একেই বুলি জ্ঞানী মানুহৰ দৰে মন্তব্য কৰাত মই সেই কথাৰে আওকণীয়া ভাও ধৰি উঠন ভকতে নতুনকৈ শৰণ লোৱা ভকতক উপদেশ দিয়াদি দিলো, "তুমি মদ নেখাবা অণি, বেয়া বস্তু। ই তোমাৰ জেতুলী পকাৰ দৰে ৰঙা ওঁঠ ক'লা পেলাব, তোমাৰ কলপতুৱাৰ দৰে মিহি বগা তন্‌তনীয়া চালখন সোতোৰা পেলাব, তোমাৰ··· ।"

"বচ্ বচ্," তাই চিঞৰি উঠিল, "লেকচাৰ নেমাৰিবা। খালেও চাল সোতোৰা পৰিব নেখালেও পৰিব। এতিয়া আন কিবা এটা খোৱা যক।" বুলি তাই আকৌ ভিতৰ সোমাই গ'ল। সময়বোৰ ৰাজধানী এক্সপ্ৰেছৰ দৰে তীব্ৰ গতিৰে গৈ থকাৰ গম পোৱা নাছিলো।

খোৱা-বোৱা শেষ কৰি অণিমা আহি মোৰ কাষতে বহি কিবা এক গুপ্ত ৰহস্যৰ ওৰ লোৱাৰ ভাৱত সুধিলে, "মোৰ মুখ যে চাবলৈ আহিলা সুকন্যাৰ মুখখন দেখি আমনি লাগিল নে আমুৱালে?" তাকে সুধি তাই ধেমুভিৰীয়া ক'লা চেলাউৰি দুটা কোঁচাই মোলৈ চাই ৰ'ল। তাইৰ চকুৰ মণি দুটা ফ্ৰয়েডে আৱিষ্কাৰ কৰা লিবিডৰ ৰসত এনে দৰে তিৰবিৰাই উঠিল যে মোৰ চেনিৰ ৰসত ৰসগোল্লা ওপঙি থকাৰ দৰে লোৱাদ লাগিল। তাইৰ সুঠাম দেহটো সৃষ্টিখন যাউতিযুগীয়া কৰিবৰ বাবে চপেনৱাৰৰ ইউনি-ভাৰচেল উইলটোৱে ব্যৱহাৰ কৰা হাতিয়াৰ যেন অনুমান হ'ল। সেই

মুহূৰ্তত মই যেনে অনুভৱ কৰিলো তাকে প্ৰকাশ কৰি ক'লো, "অণি, শইকীয়াই মোৰ ওপৰত টেক্কা নমৰা হ'লে আজি তোমাৰে মোৰে কথা বেলেগ হ'লহেঁতেন।"

তাই থৰক বৰককৈ উঠি গৈ ৰুমটোৰ ভিতৰফালে দুৱাৰখনৰ খিলিটো বন্ধ কৰি থৈ আহি মোৰ গাতে গা লগাই বহি মোৰ ঘামি থকা পিঠিটোত হাত দি মুখখন মোৰ মুখৰ ওচৰলৈ চপাই আনি সুধিলে, "কি-ই কৈছিলা?"

মোৰ গাটো জিকাৰ খাই উঠিল।

অতি ওচৰৰ পৰা মই তাইৰ শুদা ডিঙিটোত বৰ্ধিষ্ণু বয়সৰ কেইটামান অকুৰূপ আঁচ, চকুৰ তলত সামান্য ক'লা ৰং দেখি ভাবিলো ধৰ্মেশ্বৰ বৰুৱাৰ এই ছোৱালীজনী, এসময়ৰ খীণ শান্ত ধুনীয়া ছোৱালীজনী এতিয়া এজনী শকত-আৱত শুৱনি নিম্ফমেনিয়াক তিৰোতা হৈ পৰিল।

তেনেতে ভিতৰত অণিমাৰ কেঁচুৱা ছোৱালীজনীয়ে বিকটভাৱে কান্দি উঠিল।

অণিমাৰ মুখৰ ভাৱ সলনি হৈ সাধাৰণ কেঁচুৱা থকা মাকৰ দৰে হ'ল। "এ, ছোৱালীজনী উঠিল, মই শুৱাই থৈ আহোঁগৈ ৰবা।" বুলি তাই উঠিল। লগে লগে ময়ো জ'াপ মাৰি উঠি তাইৰ মুখামুখি হৈ থিয় হ'লো আৰু কথাছবিৰ নায়কৰ দৰে তাইৰ মুখ মোৰ দুই হাতৰ তলুৱাৰে ওপৰলৈ তুলি ধৰি চুমা এটা খাই ৰং মনেৰে ক'লো, 'অণি, মই যাওঁ। ঘন হাজৰিকাৰ ল'ৰাটোৰ অসুখ, হস্পিতালত থৈ আহিব লাগে। মোলৈ বাট চাই থাকিব পায়। গুড-নাইট।"

দুপৰ ৰাতি ঘৰ পাই দেখিলো সুকন্যা ঘৰত নাই। মোৰ ল'ৰা পিণ্টু আইতাকৰ লগত শুই আছে। মই অহা গম পাই মা উঠি আহিল আৰু স্নেহ-বেজাৰ মিহলি এক নিৰ্লিপ্ত চাৱনি মোৰ মুখত থৈ ক'লে, "প্ৰতিমাৰ ল'ৰাটোৰ বোলে বৰ টান। সুকন্যা গধুলিতে খবৰ কৰিবলৈ গৈ এতিয়াও অহা নাই।"

ময়ো খবৰ এটা কৰোঁগৈ বুলি কোৱাত আয়ে মোৰ খোৱা-বোৱা লৈ ব্যস্ত হৈ পৰিব খোজা দেখি মই একো নেখাওঁ বুলি পানী এগিলাচকে দিবলৈ ক'লো। এনেতে সুকন্যা আহি পালে। আৰু মোক সাজে-পোছাকে দেখি কিছু বিৰক্তি আৰু কিছু দোষাৰোপ কৰাৰ ভাবত ক'লে, "তুমি এতিয়াহে আহিছা নেকি, ক'লৈ গৈছিলা?"

মই ছোঙা উত্তৰটো এৰাই যাবৰ বাবে অন্তফালে চাই ক'লো, "এৰা, দেখি হৈ গ'ল।"

"প্ৰতিমাৰ ল'ৰাটো চাৰে আঠমান বজাত হস্পিতালতে ঢুকাল। মাকজনীয়ে বৰকৈ কান্দিছে।" সুকন্যাই ক'লে।

মই থৰ লাগি বিছনাৰ দাঁতিতে বহি পৰিলো। মোৰ মুখৰ পৰা আপোনাআপুনি এটা মাথোন শব্দ ওলাল—'মৰিল!'

সুকন্যাই চাদৰখন থৈ ব্লাউজটো খুলিবলৈ লৈ ক'লে, "ডাক্তৰে কৈছে হস্পিতাললৈ নিওঁতে দেৰি হৈ গ'ল। আৰু আগতে নিব লাগিছিল। ল'ৰাটোৰ ডিহাইড্ৰেচন হ'ল। আগতে চেলাইন দিব লাগিছিল।"

হঠাৎ কিবা একুৰা জুয়ে পোৰাৰ দৰে মোৰ বুকুখন চেংচেঙাই উঠিল। বুকুৰ ভিতৰৰ পৰা কোনোবাই চিঞৰি কোৱা যেন লাগিল—তুমি তাক সময়মতে হস্পিতালত থৈ অহা হ'লে সি নমৰিলেহেঁতেন। মোৰ পৰিবাৰেও তাকেই ভাবিছিল, কিন্তু মুখফুটাই নক'লে। গণ্ডগোলত সাৰ পাই পিণ্টু আহি মোৰ ওচৰতে থেন্থেনাই আছিল। মই তাক বুকুৰ মাজলৈ টানি লৈ সাবটি ধৰিলো। নিজকে ক'লো, লাটুমণিতো ঢুকাল বেচেৰা। হি ইজ অলচ চম বডিজ চন।

অকস্মাত মোৰ বুকুৰ মাজতে পিণ্টু ডাঙৰ হবলৈ ধৰিলে। সি স্কুললৈ গ'ল, মোৰ দৰে এম এ· পাছ কৰিলে। বিয়া-বাৰু কৰাই সংসাৰী হ'ল। আৰু আজিৰ দৰে এক গধূলি সি মোৰ দৰে আন এজনী অণিমাৰ ঘৰলৈ যাবলৈ ওলাল। মই চিঞৰি উঠিলো, নহয় মোৰ বোপাই, ৰচোন নেযাবি, আগেয়ে খবৰ ল তোলৈ কোনোবাই বাট বাই আছেনেকি।

সি কপালৰ গাঁথি থোপা কৰি খংমুৱাকৈ মোৰ ফালে চালে। মই ক'লো, তই মোক তেনেকৈ ঘোপা চকুৰে নেচাবিচোন। মই এতিয়া বুঢ়া হ'লো, চুলি পকিল, দাঁত সৰিল। মই আজিও সেই এদিনৰ ভুলটোৰ বাবে নিজকে ক্ষমা কৰিব পৰা নাই। মই বোপাই হেমধৰ হেড পণ্ডিতৰ ল'ৰা. হেমধৰ পণ্ডিত ভাল মানুহ আছিল। ●

প্ৰকাশ : গল্প সংখ্যা—১৯৮৪

# আগতে ভাতমুঠি

আবেলি সময়ত আছাম টাইপ ভাড়াঘৰটোৰ সমুখৰ বাৰান্দাত আৰ্ম-চেয়াৰ এখনত আয়মেৰে বহি লৈ আনন্দ বৰঠাকুৰে তাৰ ওপৰত বিদ্যাধৰ শৰ্মাই জাপি দিয়া কামকেইটাৰ কথা চিন্তা কৰিছিল। যোৱাকালি বিদ্যাধৰ শৰ্মাই তাক অফিচৰ পৰাই ফোন কৰি মাতি নি ক'লে বোলে মোৰ জোঁৱাই ল'ৰাটোৱে হাতীগাৱঁৰ ফালে মাটি অকণমান লৈ বিল্ডিং এটা বান্ধিবলৈ ইচ্ছা কৰিছে। প্লেন এটা কৰি দিব লাগে। তাৰ পিছত শৰ্মাই মাতটো কোমলাই আত্মীয় মানুহক গোপন কথা কোৱাৰ দৰে ক'লে বোলে তোমাক আজি এটা বিশেষ কথাৰ বাবেহে মাতিছিলো। তোমাৰ চা চিনাকি ল'ৰা আছে যদি মোৰ ছোৱালীজনীৰ বাবে চাবাচোন। কল্পনাকতো তুমি দেখিযে আছা, তাইৰ বিয়াখন সোনকালে পতাৰ ইচ্ছা। ল'ৰা গৰীব-দুখীয়া হ'লেও কথা নাই, শিক্ষিত, ভাল স্বাস্থ্য চৰিত্ৰৰ হ'লেই হ'ল। তোমাৰ নিজৰ ভনী বুলিয়েই ধৰাচোন। কিবা এটা কৰি দিব পাৰিলে বৰ সন্তোষ পাম।

ডেৰগাঁৱত আনন্দইতৰ ঘৰৰ ওচৰতে বিদ্যাধৰ শৰ্মাৰ ঘৰ। আনন্দৰ দেউতাকৰ সতে বিদ্যাধৰৰ বেছি হলি-গলি বা সদ্ভাৱ নাথাকিলেও দূৰ সম্পৰ্ক এটা আছে। সেয়ে দুয়োঘৰ মানুহৰ মাজত চিনা-জনা আৰু সামাজিক বান্ধোন এটাও আছে। সেয়েহে বাপেকৰ সমবয়সীয়া বিদ্যাধৰ শৰ্মাক আনন্দই এনেয়ে কিছু সমীহ কৰি চলিবলৈ বাধ্য। তদুপৰি আজি কিছুদিনৰ ভিতৰতে বিদ্যাধৰ শৰ্মাই ডেৰগাওঁ এৰি গুৱাহাটীলৈ আহি সাপে সলোৱাদি ডেৰগাঁৱৰ পুৰণি মোটটো সলাই নতুনকৈ চিকচিকিয়া হৈ পৰিছে।

যোৱা নিৰ্বাচনত হ'ব খোজা বিধায়ক এজনৰ সতে বন্ধুত্ব হোৱাত তেওঁৰে সতে কেইদিনমান ৰাজনীতিৰ বিতোপন জগতত বিচৰণ কৰি শৰ্মাই হঠাৎ আৱিষ্কাৰ কৰিলে যে আজি স্বাধীন ভাৰতত আন কিবা কৰি লাহে লাহে ধন ঘটাতকৈ ৰাজনীতি কৰি কোবেৰে চপোৱা দি ধন চপোৱাৰ সুবিধা

বেছি। তাকে বুজি শৰ্মাদেৱে দেশৰ নায়ক-অধিনায়ক নেতা-নেত্ৰী মন্ত্ৰী-উপমন্ত্ৰী সকলোকে কৃতজ্ঞতা জ্ঞাপন কৰি ৰাজনীতিত খামোচ মাৰি ধৰিলে আৰু নিৰ্বাচনত কোনোবা এটা সমষ্টিৰ ভোটাৰ কেইটামানক লাওপানী খুৱাই সিহঁতৰ ভোটকেইটাৰে তেওঁৰ হব খোজা বিধায়ক বন্ধুক জয়যুক্ত কৰি বিধায়ক পাতিলে। যথাসময়ত বিধায়কে ওখ গাদী এখন অধিকাৰ কৰি বহিল আৰু ফলস্বৰূপে শৰ্মা নিজেও কোনোবা এটা উদ্যোগৰ চেয়াৰমেন নে সভাপতি হৈ গুৱাহাটীলৈ আহি খলি পুতি বহিল। আজি শৰ্মা অসমৰ এজন ঘাই নেতা, ধনে-জনে, ঘৰে-দুৱাৰে, টেলিভিচন ভি, ডি, অ'ৰে জয়জয় ময়ময় অৱস্থাৰ ক্ষমতাশালী মানুহ।

এতিয়া বাৰান্দাৰ ৰেলিংডালৰ ওপৰত ভৰি দুটা তুলি চুৰট এটা জ্বলাই লৈ আনন্দই ভাবিলে যে যদিও বিদ্যাধৰৰ মনত সন্তোষ দিবৰ বাবেই সি চিভিল ইঞ্জিনীয়াৰ হোৱা নাই তথাপি তেওঁক বিতুষ্ট কৰিলেও বিপদ। অলপতে কোকৰাঝাৰলৈ বদলি কৰিছিল, শৰ্মাক ধৰি মেলি কোনোমতে বদলিটো স্থগিত ৰাখিছে। তাৰোপৰি তেনে মানুহ এজন বেকত নেথাকিলে আজিকালি চাকৰি কৰাই টান। গতিকে সি তেওঁৰ হাতৰ মুঠিত। কিন্তু সেই বুলি তেওঁ যিহকে কয় তাকে সি কৰিব পাৰেনে। বিল্ডিং প্লেনটো বাৰু যহন তহন ; কিন্তু জীয়েকৰ দৰাৰ বাবে ঘটকালি সিয়ে তাৰ শিক্ষা-দীক্ষাৰ চাৰিঢাপৰ বাজ।

আনহাতে বিদ্যাধৰৰ ছোৱালীৰ দৰা বিচাৰিব লগাটোৱেই এতিয়া আনন্দৰ আচৰিত কথা যেন লাগিল। কাৰণ দিওঁ বুলিলে এনে এজন ভি, আই, পিৰ কন্যা লাভ কৰিবলৈ ডেকা ল'ৰাৰ বাৰিষা কাৰৈ মাছৰ উজান উঠাদি উঠিব লাগিছিল। অৱশ্যে ছোৱালীজনী কিছু-চুটি চাপৰ আৰু জন্মৰে পৰা চকুৰ ফকাচিঙত কিছু বিজুতি আছে, কিন্তু সেইবুলি কেৰা-চকুৱা ছোৱালীৰ বিয়া হোৱা নাইনে? তাৰ ওপৰত ঘটকালিটো জাপিছে কিয়, সি দৰা পায় ক'ৰ পৰা। এনে চিন্তা কৰি থাকোঁতেই সমুখৰ গেট খুলি তাৰ অন্তৰংগ বন্ধু বীৰেশ্বৰ পূজাৰী সোমাই অহা দেখি আনন্দ উৎফুল্ল হৈ চিঞৰি উঠিল, "আৰে পণ্ডিত দেখোন, আঁহা আঁহা।"

বীৰেশ্বৰ নিবনুৱা ডেকা। চৰকাৰী হাইস্কুলৰ লিভ্ ভেকেঞ্চি এটাত কিছুদিন মাষ্টৰী কৰিছিল। এতিয়া মাষ্টৰী গ'ল যদিও আনন্দৰ বাবে পণ্ডিত হৈয়ে থাকিল। সি সোমাই আহি কাষৰে চকী এখনত বহি সুধিলে "এই ফুট গধূলি ঘৰত বহি কি কৰিছা।"

আনে কৰিব নোৱাৰা কাম যেন কৰিছে এনে গহীনালিৰে আনন্দই ক'লে, "চিন্তা।"

"বেচ কৰিছা" বীৰেশ্বৰে ক'লে "খৰচ নোহোৱাকৈ কৰিব পৰা তাতকৈ ভাল কাম আৰু নাই। পিছে তেনে চিন্তা আমাৰ দৰে বেকাৰ মানুহৰ মূৰতহে শোভা পায়।" তাকে শুনি আনন্দই সুধিলে, "অ' ৰবা, তুমি যোগান বিভাগৰ কিবা কাম এটাৰ বাবে আজি ইণ্টাৰভিউ দিয়াৰ কথা আছিল নহয়, কি হ'ল?"

"ইণ্টাৰভিউ দিলো, ভাল নহল।" বীৰেশ্বৰে ক'লে আৰু কিয়নো ভাল নহল তাক বুজাবৰ বাবে গোটেই সাক্ষাতকাৰটোৰ বিৱৰণ দিলে; কিছু চিন্তা কৰি আনন্দই আন্তৰিকতাৰেই ক'লে, "চাকৰি তোমাৰ নহব, তুমি কিবা বিজিনেছ তিজিনেছে এটাকে কৰা। বিজিনেছত টকা আছে।" তেতিয়া বীৰেশ্বৰে অতি তিতা বস্তু মুখত দিয়াৰ দৰে মুখ বিকটাই ক'লে, "অ' তোমাক কোৱাই নাই, মই এসময়ত বিজিনেছ এটা কৰিছিলো, ফেল মাৰিলো।"

জানিবলৈ ইচ্ছা প্ৰকাশ কৰাত বীৰেশ্বৰে ক'লে, "বি, এ পাছ কৰিয়েই আৰম্ভ কৰিছিলো। শিক্ষিত নিবনুৱাৰ বাবে ওলোৱা সুবিধাৰ সুযোগ লৈ পাঁচ হেজাৰ টকাৰ ল'ন এটা লৈছিলো মৌ-মাখি পালন উদ্যোগৰ বাবে।"

"অ' তুমি পহিলাই আচল মিঠা বিজিনেছতে হাত লগাইছিলা—তাৰ পাছত?"

"ল'ন মঞ্জুৰী আৰু তৎ-সম্পৰ্কীয় নথি-পত্ৰ উলিয়াওতেই ছ'চতে এহেজাৰ থৈ আহিলো। ঘৰলৈ আহি বাকীটো জেপৰ পৰা উলিয়াওঁতে পুৰণা পেণ্টৰ জেপটোও ফাটি ওলাই আহিল। মৌ-মাখি অনাৰ আগতে পলি-য়েষ্টাৰৰ নতুন বেলবটম এটা আৰু বিটলছ বুট এযোৰ আনি ললো। তাকে দেখি ভনী ছোৱালীজনীয়ে ক'লে—বোলে দাদা মোৰ বন্ধুবোৰে

মেক্সি পিন্ধিছে, মোক এটা আনি দিয়ানা। তাইকো মেক্সি এটা আনি দিলো। তাৰ পাছত ইটো সিটোত আৰু কিছু গ'ল। শেষত মৌলৈ ছুহেজাৰমানহে থাকিলগৈ। তাৰ পাছত ৰাণী মৌ বিচাৰি ফুৰোতে বাকী-টোও খতম হৈ থাকিল।”

তেতিয়া আনন্দই খংমুৱা হৈ সুধিলে, “ধাৰ পৰিশোধ হ'ল কেনেকৈ ?” “পৰিশোধ নোহোৱা দেখি বহুদিনৰ মূৰত কর্তৃপক্ষই মোলৈ নটিচ পঠালে যে প্রজেক্টটো চাবলৈ পৰিদর্শক পঠাব। নটিচ পাইতো মোৰ পিলাই চম-কিল। ভাবি-চিন্তি এক উপায় উদ্ভাৱনা কৰিলো। বাৰীৰ পাছফালে গোটবাঁহৰ দহ ফুটীয়া দহোটা খুটি পুতিলো। কেঞ্জাগোলাৰ পৰা পেকিং কাঠৰ বাকচ দহোটা আৰু পেৰেক এককিলো আনি প্রতি খুটাতে একোটা বাকচ গর্জাল মাৰি থলো। পৰিদর্শক আহি ক'লে বোলে ঠিকেই যেন দেখিছো, কিন্তু মৌ-মাখিবোৰ গ'ল কলৈ। কলো বোলো ওচৰত ফুল ফল নাই সেয়ে হুবলা পলাল। বাকী যি ছুই চাৰি থাকিল সিও এতিয়া কেঞ্জাগোলাৰ চেনিৰ বস্তাত পৰি আছেগৈ। তাৰ পাছত ঘৰীয়া মাছ এটা আনি বঢ়িয়াকৈ পৰিদর্শকক ভাত-পানী খুৱাই মাননী হিচাপে টকা দুশ দি বিদায় কৰিলো।” সিমানকে কৈ বীৰেশ্বৰে আনন্দৰ মুখলৈ টেকৰাকৈ চালে।

তাকে শুনি আনন্দই বিকট হাঁহি এটা মাৰি চিঞৰি উঠিল, “চাবাচ পণ্ডিত। টিপিকেল অসমীয়া এণ্ট্রিপ্রেনিয়াৰ। পিছে এতিয়া কি কৰা ?”

“ৰ'বা কওঁ, আগতে গাঞ্জা এচিলিমকে আনাচোন।” বীৰেশ্বৰে ৰং মনেৰে ক'লে।

“তুমিচোন গাঞ্জাৰ জাতকে মাৰিলা, আনন্দই হাঁহি ক'লে,—“কোৱা লেট আছ স্মক এ জয়ণ্ট, তেতিয়া শুনাতো ভাল জাততো ব্রাহ্মণ তোমাৰ দৰে। ব'লা ভিতৰলৈ যাওঁ।”

ছুয়ো বন্ধু ভিতৰ সোমাই আনন্দৰ শয়ন কক্ষত বহিলগৈ। আনন্দই ড্রয়াৰ এটা খুলি দীঘল চুৰট এটা উলিয়াই জ্বলালে আৰু চকু মুদি দীঘল হোপা কেইটামান মাৰি চুৰটটো বীৰেশ্বৰক দিলে। বীৰেশ্বৰেও তদনুৰূপ

হোপা কেইটামান মাৰি ধোঁৱাখিনি গিলি থৈ চুৰট ঘূৰাই দি সুধিলে, "তোমাৰ দীঘল কলা চিলিমটো কি হ'ল। চিলিমত হুপিবলৈ ভাল। একে হোঁপাতে কিক্।"

"চিলিম ছিগিল।" আনন্দই ক'লে। আৰু চুৰটটো আঙুলিৰ মাজত চিলিম ধৰাদি ধৰি বুঢ়া আৰু তৰ্জনী আঙুলিৰ মাজেৰে হোঁপা এটা মাৰি সুধিলে, "চাকৰি এটা নহলেতো তোমাৰ বিপদ, এতিয়া কি উপায় ?"

"তাকেহে সুধিছো বোলো কি উপায়। আনফালে শহুৰৰ খেচ্খেচনিত ৰাতি টোপনি নহা হৈছে।"

"শহুৰ ?" আনন্দই তাৰ নাকটো বীৰেশ্বৰৰ ফালে টোৱাই ক'লে, "তোমাৰ শহুৰ নে মোৰ শহুৰ ?"

"ৰবাহে ধেমালি পাইছা নেকি। ভাবী শহুৰৰ কথা কৈছোহে, মানে মন্দিৰাৰ বাপেক। এতিয়া ভাবুকি দিবলৈ ধৰিছে বোলে সোনকালে শুভ-কাৰ্য সম্পাদন নকৰিলে কন্যা অন্যত্ৰ পাত্ৰস্থ কৰিব।"

আনন্দই ক্ষন্তেক চিন্তা কৰাৰ দৰে চকুহাল মুদি ক'লে, বেচ, তাকে কৰিবলৈ বুঢ়াক কৈ নিদিলা কিয় ?

"সেয়েতো লেঠা, বুঢ়াৰ জীয়েক বিয়নি সাৱটা লগাদি লাগিল। একে-বাৰে হনিমুনলৈকে প্লেন কৰি থৈছে। ইফালে মোৰো দেখোন তাইক লগ পালে থৌকি-বাথৌ লাগে। পৃথিবীখন বৰ বিতোপন যেন লাগে, ঘৰ-শালিকাৰ মাতটোও তাই ওচৰত থাকিলে মিঠা লাগে।" এইবুলি কৈ বীৰেশ্বৰে এখন নতুন পৃথিবীৰ পোহৰ দেখাৰ দৰে একেথৰে সমুখৰ বেৰখনলৈ চাই ৰ'ল।

"আহাহা, কি শালিকা প্ৰেম !" আনন্দই চিঞৰি উঠিল, পাছে শহুৰে তোমাক ভঙুৱা বুলি জানিলে চিলিম ছিগিব।"

বীৰেশ্বৰে ঢেক্‌ঢেক কৈ হাঁহি কলে, "মুঠে নিছিগে। আমি হলো নতুন জেনেৰেচনৰ ডেকা-গাভৰু যাক বোলে নেকি এল, এছ, ডি জেনেৰেচন। মন্দিৰাকো মাজে সময়ে দুই এক হোপাঁ মাৰিবলৈ দি পতাই থৈছো। তায়ো মেনেজ কৰিব।"

তাকে শুনি আনন্দ খণ্ডত টিঙিৰি তুলা হৈ কেইটামান অশ্লীল বিশেষণৰে অসমীয়া জাতিটোক গালি সোধাই লৈ ক'লে, বোলে তোমাৰ দৰে নিবন্ধুৱা পণ্ডিত মোৰ দৰে ইঞ্জিনীয়াৰ আৰু মন্দিৰাৰ দৰে আধুনিকাৰ নতুন জেনে-ৰেচনটোৱে আমেৰিকাৰ নতুন জেনেৰেচনটোক অন্তত নোৱাৰিলেও হাচিচ খোৱাত এদিন চেৰ পেলাব। ঠিক আছে, তোমালোক নতুন জেনেৰেচনৰ ল'ৰা-ছোৱালী, বিয়াৰ কি আৱশ্যক। যোৱা এদিন বিস্কা এখনত তাইক তুলি লৈ আহি তোমাৰ ৰিহাবাৰীৰ ভাৰা বঙলাটোত সুমাই থোৱাহি।"

ভাঙৰ নিচাত গা পাতল আৰু ওপৰলৈ উৰা যেন লাগি বীৰেশ্বৰ আনন্দৰ কাষলৈ উঠি গৈ তাৰ নাকতে নাকটো লগাই ক'লে,—"তাকে কৰিবলৈ মোৰ আপত্তি নাই, পাছে আগতে ভাতমুঠিৰ যোগাৰ হওক। আগতে ভৰ্তি পিছতহে চাদি।

হঠাৎ আনন্দৰ মনত এক চমৎকাৰ বুদ্ধিৰ উদয় হ'ল। সি শুকান ৰঙা চকু দুটা বৰকৈ মেলি বীৰেশ্বৰৰ মুখলৈ চাই চিঞৰি উঠিল, ইউৰেকা, পালো পণ্ডিত, পালো।

বীৰেশ্বৰে ভেবা লাগি তাৰ মুখলৈ চাই সুধিলে, "তুমি বলিয়া হ'লা নেকি?"

আনন্দই তাৰ কথালৈ আওকাণ কৰি উঠি গৈ টেপ ৰেকৰ্ডাৰত পপ মিউজিকৰ কেছেট এটা লগাই দি তালে তালে নাচিবলৈ ধৰিলে। কিছুপৰ নাচি বীৰেশ্বৰৰ কাষলৈ আহি সুধিলে, "বিদ্যাধৰ শৰ্মাই ইচ্ছা কৰিলে তোমাক যোগান বিভাগৰ কামটো দিয়াব পাৰে, নহয়?"

"নিশ্চয় পাৰে। গভৰ্ণমেণ্টটোৰ আধা তেওঁৰ জেপৰ ভিতৰত।' "মই ঠিক উপায় আৱিষ্কাৰ কৰিলো। তুমি বিদ্যাধৰৰ ছোৱালী কল্পনাক বিয়া কৰাই থোৱা, কামো পালা ছোৱালীও পালা; বচ্ চব কাম হাচিল।" বীৰেশ্বৰে তাৰ মুখলৈ নিৰ্নিমেষ নয়নেৰে চাই জ্ঞানী মানুহৰ দৰে মূৰ জোকাৰি ক'লে, "বুজিলো, বেছিকৈ টানি তোমাৰ কুলপী গৰম হ'ল, সেয়ে আবোল তাবোল বকিছা।"

"তেতিয়া আনন্দই গম্ভীৰ হৈ ক'লে, "সঁচাকৈয়ে বীৰেশ্বৰ মই ছিৰিয়াছলি

কৈছো। কল্পনাক বিয়া কৰাবলৈ তোমাৰ আপত্তি কিহৰ? অৱশ্যে চকুত অলপ দোষ আছে; কিন্তু অকল ৰূপটোৰে কি হ'ব, তাইৰ গুণ আছে।"

তাৰ কথাত আন্তৰিকতাৰ গোন্ধ পাই বীৰেশ্বৰেও গহীন ভাবে ক'লে, "চোৱা ভায়া, মই হ'লো ফিলছফিত অনাৰ্ছ লৈ বি, এ পাছ কৰা ফিলছফাৰ। মোৰ ভেলুছিষ্টেমত ৰূপতকৈ গুণৰ মূল্য বেছি। পাছে হাৰ্বাট স্পেঞ্চাৰক কোনোবা এজনে সুধিছিল বোলে আপুনি কেতিয়াবা জৰ্জ এৰিয়টক বিয়া কৰোৱাৰ কথা ভাবিছিল নে? তেতিয়া স্পেঞ্চাৰে ক'লে বোলে ভাবিছিলো, পাছে মই দাৰ্শনিক হ'ব পাৰো কিন্তু তিৰোতা মানুহত অলপ সৌন্দৰ্য্য দাৰ্শনিকেও বিচাৰে। গতিকে মইতো আৰু স্পেঞ্চাৰক চেৰ পেলাব নোৱাৰো। তদুপৰি মন্দিৰা আছেই।"

তেতিয়া আনন্দই ক'লে যে, ছোৱালী ননাকৈয়ে বাৰু সি কামটো পোৱাৰ এটা ব্যৱস্থা কৰিব পাৰিব আৰু ব্যৱস্থাটো নো কেনেকুৱা হ'ব তাকো বীৰেশ্বৰক ভাঙি-পাতি ক'লে।

তাকে গমি চাই বীৰেশ্বৰে কেৰোঘেঁহো কৰি ক'লে, "তোমাৰ প্লেনটো ভালেই আছিল, পাছে কল্পনা বেচেৰি তাই কথাটো গম পালে মনত বৰ দুখ পাব। মই মানুহৰ মনত দুখ দিয়াত হলে নাই দেই।"

"এ থোৱা থোৱা, তোমাৰ দৰে টৌ-পেটীয়া ভণ্ডুৱাক স্বামী নেপাই তাই দুখ কৰিবলৈ নেযায়। তথাপি বাৰু তাই গম নোপোৱাকৈয়ে পাৰিলে কামটো কৰিব লাগিব। ৰবা, এতিয়া ৰিবা এটা খোৱা যক। মোৰ লিটিকাইটো কলৈ গ'ল।"

বীৰেশ্বৰে বিদায় লোৱাৰ পাছত আনন্দ বিদ্যাধৰ শৰ্মাৰ ঘৰত উপস্থিত হ'লগৈ। তাক দেখি শৰ্মাই সন্তোষ প্ৰকাশ কৰি আথেবেথে বহুৱাই সোধপোচ, কৰিলে। এবাৰ চেগ বুজি বীৰেশ্বৰে ক'লে, "পেহা, মই কল্পনাৰ বাবে ল'ৰা এটা ঠিক কৰিছো।" বিদ্যাধৰে চকুখোৱা শহাৰ দৰে তাৰ ফালে কাণ ঘূৰাই সুধিলে, "হয়নেকি! পিছে ল'ৰা বা কোন?"

"মোৰ বন্ধু বীৰেশ্বৰ পূজাৰী! আপুনি চিনি পায়। মোৰে সতে কেবাদিনো ইয়ালৈ আহিছে।"

"মই তাৰ গোটাই গোষ্ঠীকে চিনি পাওঁ। তাৰ ককাক যোৰহাটৰ পতিয়া গাৱঁৰ। বাপেক গুৱাহাটীলৈ উঠি আহিল। ভাল বংশৰ ল'ৰা।"

"সি প্ৰায়, সন্মত হৈছে, পাছে অলপ অসুবিধাৰ বাবেহে কেৰো-ঘেঁছো কৰি আছে।

"কেনে অসুবিধা?" শৰ্মাই আগ্ৰহেৰে সুধিলে।

"আপুনিতো জানেই পেহা, তাৰ বৰ্তমান চাকৰি-বাকৰি নাই। কৈছে আগতে কাম এটা হক, তাৰ পাছত বিয়া।"

"ঠিক আছে, বিয়াখন হৈ য'ক কাম এটা হৈ যাব।" সি যেন কোনো সমস্যাই নহয় এনে সুৰত শৰ্মাই ক'লে।

তেতিয়া আনন্দই বীৰেশ্বৰে যোগান বিভাগৰ কামটোৰ বাবে চেষ্টা কৰাৰ কথা ক'লে আৰু সেই কামটো পালে কিছুদিন সি টকা-পয়চা সঞ্চয় কৰি লৈহে বিয়া কৰাবলৈ ইচ্ছা কৰিছে বুলি ক'লে। তেতিয়া শৰ্মাই তাৰ টকা-পয়চা সঞ্চয়ৰ বাবে কিয় ইমান ধাউতি তাক সোধাত আনন্দই ক'লে, "কিনো কম পেহা। নতুন জেনেৰেচনৰ ল'ৰা, কৈছে বোলে বিয়াৰ আগতে স্কুটাৰ এখন আৰু টি-ভি এটা ল'ব। তদুপৰি হনিমুনৰ বাবে কাশ্মীৰলৈ যোৱালৈকে প্লেন কৰি থৈছে, সেয়ে কাম কৰি কিছু কেচ পয়চা গোটাব লাগিব বোলে।"

"তাক কৈ দিবা সি সঞ্চয় নকৰিলেও হ'ব, বিয়াখন হৈ যাওক, কেচ্ পয়চাটো সি মোৰ পৰা লৈ যাব।"

"আপুনি কয় কি পেহা!" শৰ্মাই যেন নকবলগীয়া কথা ক'লে এনে ভাবত আনন্দই চিঞৰি উঠিল, "তাৰ আত্মসন্মান বোধ অতি বেছি। সি মৰি গ'লেও শহুৰৰ ওচৰত হাত নেপাতে।"

"বাৰু হ'ব হ'ব, সকলো সমস্যা ফু মাৰি উৰাই দিয়াৰ ভাৱত শৰ্মাই ক'লে, "তুমি তাক কৈ দিবা মোৰ ছোৱালী বিয়া কৰিলে তাৰ কোনো চিন্তা নাই। এতিয়া তুমি শুভ কাৰ্য যাতে শীঘ্ৰে হয় তাৰ চেষ্টা কৰা।"

শৰ্মাৰ ঘৰৰ পৰা গৈ আনন্দই সিহঁত উভয়ৰে বন্ধু ডাঃ ভুবন মহন্তক লগ পাই বীৰেশ্বৰে যোগান বিভাগত কামটোৰ বাবে সাক্ষাৎকাৰ দিয়াৰ

কথা ক'লে আৰু কাম-বন নোহোৱাৰ বাবে তাৰ কি দুৰৱস্থা তাকো কৈ ডাক্তৰে সি কামটো পোৱাত সহায় কৰিব লাগে বুলি ক'লে।

মহন্ত ডাক্তৰে চকুহাল বহলকৈ মেলি সুধিলে, "তুমি টং হৈ মানে কিবা নিচা-তিচা টানি আহিছা নেকি? মই বেজী দিবলৈ এৰি চাকৰি দিবলৈ ললো বুলি তুমি কেনেকৈ জানিলা?"

তেতিয়া বীৰেশ্বৰে কাম পোৱাত ডাক্তৰে কেনেকৈ সহায় কৰিব পাৰে তাক আনন্দই ভাঙি-পাতি বুজাই কোৱাত ডাক্তৰে হো-হোৱাই হাঁহি লৈ ক'লে, "অৱশ্যে বিদ্যাধৰ শৰ্মাৰ পকেট গৰম কৰি চাকৰি দুই এজনে লৈছে বুলি কোৱা শুনিছো। এতিয়া যদি কোনোবাই তেওঁৰ ছোৱালী আনিম বুলি চাকৰি লয় তাত মোৰ আপত্তি নাই। হব দিয়া, তেওঁ মোক সুধিলে মই বাৰু তুমি কোৱা মতেই কম।"

যথা সময়ত বিদ্যাধৰৰ সহায়ত বীৰেশ্বৰ যোগান-বিভাগৰ চাকৰিত সোমাল। তাৰ পিছত শৰ্মাই আনন্দলৈ প্ৰায়ে ফোন কৰি বিয়াৰ তাগিদ দিবলৈ আৰম্ভ কৰিলে।

কেইমাহমান ইটো সিটোকৈ পাৰ হোৱাৰ পাছত এদিন আনন্দ বিদ্যাধৰ শৰ্মাৰ ঘৰলৈ গৈ ক'লে, "পেহা, বীৰেশ্বৰৰ বৰ অসুখ। ছুটী লৈ ঘৰতে শয্যাগত। মই হস্পিতালত থৈ আহিব খুজিছিলো, ক'লে বোলে মৰিলেতো নৰকলৈ যামেই, এতিয়া জীৱিত অৱস্থাতে নো কিয় নিয়। ঘৰতে ডাক্তৰ ভূবন মহন্তই চিকিৎসা কৰিছে।"

"অসুখ! ডেকা ল'ৰাটোৰ আকৌ কিহৰ অসুখ?"

"এ নকব পেহা, বেমাৰে কি ডেকা বুঢ়াৰ মুখলৈ চাব।"

তাৰ কি অসুখ তাক শৰ্মাই জানিব বিচৰাত আনন্দই ক'লে,—"তাৰ হেনো কিবা গ্লেণ্ড এটাই ইনচুলিন চিক্ৰেচন নকৰা হৈছে। ঘনাই ঘনাই পেচাব হৈ থাকে। গাটো দুৰ্বল দুৰ্বল লাগে। আপুনি পেহা মহন্ত ডাক্তৰক ফোন কৰি সোধকচোন।"

কিছু চিন্তিতভাবে শৰ্মা উঠি গ'ল আৰু মহন্ত ডাক্তৰলৈ টেলিফোন কৰি কথাৰ বুজ লৈ পুনৰ আহি বহিল। শৰ্মাৰ অসন্তুষ্ট মুখাভাবলৈ লক্ষ্য কৰি

ডাক্তৰে নো কি ক'লে তাক আনন্দই সুধিলে। শৰ্মাই ক'লে, 'বহুমূত্ৰ, শাস্ত্ৰত যাক বোলে মধুমেহ। সেয়ে হৈছে বোলে।" আনন্দই টপৰাই মাত লগালে "ডেকা মানুহ, ভাল হৈ যাব। সি কৈছে বোলে এবেলি গাটো টঙাই লৈয়ে সি বিয়া পাতিব। যা-যোগাৰ কৰিবলৈ ঘৰলৈ লিখিছে। আপুনিও যা-যোগাৰ কৰক।"

শৰ্মাই কটাক্ষ দৃষ্টিৰে আনন্দলৈ চাই ক'লে, "মানে তুমি কৈছা বীৰেশ্বৰৰ লৈতে মোৰ ছোৱালীৰ বিয়াৰ যোগাৰ মই এতিয়া কৰিব লাগে? আৰু তাৰ হ'ল বহুমূত্ৰ।"

"অসুখ বিসুখ মানুহৰ হয়েই, আপুনি চিন্তা নকৰিব পেহা।"

"চিন্তা!" নিৰ্বিকাৰ ভাবে শৰ্মাই কৈ উঠিল, "ভূমিধৰ পূজাৰীৰ ল'ৰাৰ মধুমেহ হ'ল, মই আকৌ চিন্তা কৰিম কিয়?"

"আপোনাৰ ভাবী জোঁৱাই, আপুনি নকৰিলে কোনে চিন্তা কৰিব পেহা?" আনন্দই ক'লে।

"ভাবী জোঁৱাই। তুমি ক'লেই সি মোৰ ভাবী-জোঁৱাই হ'লনে?" শৰ্মাই গহীনাই মাত লগালে।

"এতিয়া পেহা বিয়াখন নহ'লে সি মনত বৰ আঘাত পাব।" কৃত্ৰিম দুখৰ ভাবত আনন্দই ক'লে।

টেবুলৰ পৰা খবৰ কাগজখন তুলি পঢ়িবলৈ লোৱাৰ ভাও ধৰি শৰ্মাই ক'লে, "ওঁ, সি মনত দুখ পাব বুলি মই মোৰ ছোৱালী তালৈ দিওঁ আৰু সি হনিমুনলৈ নগৈ ঘনাই ঘনাই পেচাব কৰিবলৈ গৈ থক নহয়। যোৱা, তুমি তাক বুজাই বঢ়াই কৰা যে কল্পনাই বি, এ, পাছ নকৰে মানে বিয়া নকৰো বুলিছে।"

অসম বাণী, বিহু সংখ্যা—১৯৮৫

# সোণতৰা

সেইদিনা ধলপুৱাতে উঠি সোণতৰাই নিতৌ কৰা ঘৰৰ কাম-বনখিনি শেষ কৰিলে। চাহ-জলপান কৰি ভায়েক কুমুদক খুৱালে আৰু নিজেও খাই আজৰি হ'ল।

তাৰ পিছত তাই গা-পা ধুই কিঞ্চিত সোণবৰণীয়া চুলিটাৰ আচুৰি টানকৈ খোপাটো বান্ধিলে। বগা গুলপীয়া নিমজ মুখত ভায়েক কুমুদে যোৰহাট বজাৰৰ পৰা আনি দিয়া স্নু-পাউডাৰ ঘঁহিলে, ডাঙৰ নীলা ফোট এটা ললে। ফুলাম মুগাৰ মেখেলা আৰু নীলা চুটি হাতৰ ব্লাউজটো পিন্ধিলে। ফুলৰ পাৰি দিয়া মিহি কপাহী চাদৰখনেৰে ওখ বুকুখন টানকৈ মেৰাই আচলটো ককালত মেৰাই আগটো খোচনি মাৰি থলে। তাৰ পিচত ৰান্ধনী ঘৰলৈ গৈ গুৰি চালনিখন হাতত লৈ বাহিৰলৈ ওলাই আহিল।

চৰাঘৰত বহি ভায়েক কুমুদে বাইচাইকেলখনৰ চকাত বতাহ ভৰাই-ছিল। সোণতৰাক ওলাই অহা দেখি সি বাইচাইকেল এৰি তাইৰ সমুখলৈ আহি আগভেটা দি সুধিলে,

"কলৈ যাব ?"

"দেখিছই নহয়। ফুকননী বৰবৌৰ পিঠাখিনি ভাজি দিবগৈ লাগে। কাইলৈ উৰুকা হলেই নহয়।"

"হ'ব হ'ব, তই নেভাজিলেও ফুকননীয়ে ভোগালী বিহুটো ভোগ কৰিব। তই আজিৰ পৰা ঘৰৰ বাহিৰ নহবি। এতিয়া ঘৰত বহি আৰাম কৰ।" তাকে কৈ কুমুদে তাইৰ পৰা চালনীখন থাপ মাৰি কাঢ়ি ললে।

সোণতৰাই ভায়েকৰ মুখত আশা কৰা হাঁহিটো নেদেখি এটা দীঘল নিমিষ তাৰ মুখলৈ ভেবা লাগি চালে, তাৰ পিচত হিয়া উবুৰুৰা হাঁহি এটা মাৰি ক'লে, "কি হ'ল—আজি দেখোন মোলৈ বৰ মৰম লাগিল ?"

"মই তোৰ বিয়া পাতিছো। এই ফাগুনতে দিন এটা ঠিক কৰিবলৈ

আমাৰ পুৰোহিতক কৈ আহিছো।

সকলো বিষয়তে নিৰাসক্ত তাইৰ এনেকুৱা বছৰীয়া ভায়েকটোৰ মুখত কর্তৃত্ব, দৃঢ়তা আৰু সংকল্পৰ ভাবলৈ লক্ষ্য কৰি তাই অবাক হৈ চিঞৰি উঠিল, "কি পাতিছ?"

"ললিতৰ সতে তোৰ বিয়া।" একে গহীনালীৰে সি উত্তৰ দিলে।

হঠাৎ সোণতৰাই ঢেক্‌ঢেক্‌কৈ হাঁহি উঠিল। ইমান বেছিকৈ হাঁহিবলৈ ধৰিলে যে উশাহ চুটি হৈ আহিল, চকুৰ পানী ওলাব ধৰিলে, পেটৰ বিষ উঠিল। অৱশেষত অলপ থিত লৈ তেতিয়াও অটল অবিচলিত ভায়েকৰ নিচেই সমুখলৈ আহি তাৰ মুখত মৌ-বৰষা দৃষ্টিৰে অৱলোকন কৰি পিচ মুহূর্ততে তাৰ চুলিত ধৰি মুখখন ওচৰ চপাই আনি দুগালত টপাটপ চুমা খাই তাক ঠেলা মাৰি দি ক'লে, "যা এতিয়া, তোৰ কাম কৰগৈ। মোৰ বিয়া পিচতো পাতিবি। চালনীখন দে। পলম কৈ গলে বৰবৌৱে বেয়া পাব।"

কুমুদে তাৰ বলিষ্ঠ হাতেৰে বায়েকৰ হাত খামুচি ধৰি হৰ্‌হৰ্‌কৈ ভিতৰলৈ টানি নি মূঢ়া এটাৰ ওপৰত ঢপছ কৰে বহুৱাই দি ক'লে, "এতিয়া ঘৰত সোমাই থাক। নোলাবি বুলিছো নোলাবি। আজিৰ পৰা এই ঘৰত মই যিহকে কওঁ সেয়ে হ'ব লাগিব। মই তিনি আলিৰ মূৰৰ আমাৰ বৰতানি মাটি বিঘা চৌথমল বেঁঞাক বিক্রী কৰিবলৈ ঠিক কৰিলো। সি তাৰ দোকানখন তালৈ তুলি নিব সেয়ে ভাল দাম দিছে। গতিকে বিয়াৰ বাবে টকা-পয়চাৰ চিন্তা মোৰ গ'ল। মই ললিতৰ দেউতাক মাকৰ সতে কথা-বতৰা পাতি বিয়াৰ পকা বন্দবস্ত কৰি আহিলো।"

তাকে কৈ কুমুদ ঘপ্‌কৰে যাবলৈ বুলি ঘূৰোতেই "হেৰ শুনচোন শুন" বুলি তাই চিঞৰি উঠিল। সি ঘূৰিল। তাই ক'লে "তই মোক নোসোধা-নোপোচাকৈ এইখন কি কৰিব খুজিছ?"

প্রথমে বায়েকৰ মুখত এটা টান চাৱনি দিছিল যদিও হঠাত তাৰ চকুত এটা কোমল ভাব ফুটি উঠিল। সি তাইৰ কথালৈ সমূলি আও-কাণ কৰি তাইক যেন আগেয়ে কেতিয়াও তেনেকৈ চোৱা নাই এনে ভাবত

ক্ষন্তেকপৰ থৰ লাগি চাই থাকিল। কিছু অপ্ৰতিভ হৈ বায়েকে সুধিলে, "কি চাইছ ?"

সি ৰং মনেৰে মৰমলগাকৈ ক'লে, "তোকে চাইছো তৰা, তই দেখিবলৈ সচাই বৰ ধুনীয়া। ললিত বৰ লাকি মানুহ।

থোহ মোহ খাই সোণতৰাই কৈ পেলালে—"যা ছদকা খোৱা।"

"অ' মই এতিয়া সচা কথাটো কলত তই মোক শাওহে দিলি হয়নে।" কুমুদে হাঁহিয়েই ক'লে।

সোণতৰাৰ ইচ্ছা হৈছিল তাক সাবটি বুকুৰ মাজত সুমাই লবলৈ। পিচে আজি অলপ সংকোচ হ'ল। তাইৰ অনুভৱ হ'ল যেন ৰাতিটোৰ ভিতৰতে তাইৰ এবৈকেশ বছৰীয়া ফুকলীয়া ভায়েকটো মানুহ হ'ল।

"তোকে যদি শপিলো মোলৈ আৰু কি থাকিল সোণাই ? তোৰ মূৰৰ চুলিৰ মান আয়ুস ঈশ্বৰে দিয়ক। আবেগেৰে কঁপা মাতেৰে তাই তাই তাক উদ্দেশ্য কৰি ক'লে। কিন্তু তাইৰ কথা শুনিবলৈ সি তেতিয়া তাত নাছিল। সোণতৰা লাহে লাহে ভিতৰ সোমাল।

ৰোমেশ্বৰ ফুকন মৌজাদাৰ।

অকল বালিগাঁৱৰে নহয় সেই অঞ্চলৰ এজন প্ৰতাপী মানুহ। ওখ উদাৰ মনৰ মৰমীয়াল মানুহ। সোণতৰাৰ পিতাক বিনোদ হাজৰীকাৰ জীৱিত কালত তেওঁৰে সৈতে ফুকনৰ ভাল বন্ধুত্ব আছিল। সেয়ে হাজৰীকাৰ মৃত্যুৰ পিচত তেওঁৰ ঘাত-মাউৰা ল'ৰা-ছোৱালীহালক নিজৰ ল'ৰা-ছোৱালীৰ দৰেই স্নেহ কৰিছিল। কোনো সম্পৰ্ক নাছিল যদিও দুয়োঘৰ মানুহৰ মানুহৰ মাজত আপোন ভাব আৰু মিলাপ্ৰীতি আছিল। ভিতৰলৈ আহি দুপৰীয়াৰ ভাতসাজৰে যোগাৰ কৰো বুলি শাক-পাচলি অলপ লৈ সোণতৰা ৰান্ধনি ঘৰতে পীৰা এখন পাৰি বহিল। নানান ভাবে তাইক জুমুৰি দি ধৰিলেহি।

ফুকননী বৰবৌৱে বা কি কয়। তাই ভাবিলে, কালি বৰকৈ মাতি পঠাইছিল—পিঠাখিনি ভাজি দিবলৈ। এনেয়েতো তাই আজৰি পালেই মৌজা-

দাৰৰ ঘৰৰ পৰা পাক এটা মাৰি আহেগৈ। ৰৰদেউতাকক তাইৰ ভাল লাগে, শ্ৰদ্ধা হয়। তেওঁৰ ওচৰত তাইৰ নিজৰ পিতাকৰ ওচৰত বহা যেন অনুভৱ কৰে। কথাবোৰ শুনি ভাল লাগে। তদুপৰি বিপদে আপদে কাষ চাপিব পৰা, নাইবা কিবা দিহা-পৰামৰ্শৰ আৱশ্যক হ'লে দিব পৰা তাইৰ আন মানুহ নাই। ধনে-জনে সকলো ফালে তেওঁৰনদন-বদন অথচ লেশমানো অহংকাৰ নাই ; সোণতৰাই ভাবি গ'ল।

ফুকননীৰহে পেট পোৱা টান। মুখত হ'লে মৌ বৰষে ভিতৰত বা কি। ইফালে আকৌ সোণতৰা নহলে ফুকননী এখোজো নলৰে, ঘৰত লেখত লব লগা কোনো কামেই নহয়। বিহুৱে সংক্ৰান্তিয়ে, বিয়াই-বাৰুৱে, কাজে-সবাহে, জ্বৰে-নৰিয়াই সোণতৰাহে সোণতৰা। তাই নহলে ফুকননীয়ে কোনো কামৰ মোৰকে নেপায়। সেয়ে পেটত যি কি নাখাওক ফুকননীয়ে তাইক সমীহ কৰি চলে—বৰ কথা নকয়। আজি তাই নগলে বেয়া পাব ধুৰূপ কিন্তু উপায় নাই। ল'ৰাটোৱে কৈছে যেতিয়া এতিয়া আৰু তাই নাযায়। সি ঘূৰি আহিলে আবেলি দেখা যাব।

বিয়াৰ বিষয়ে কুমুদে কোৱা কথাবোৰে তাইৰ বুকুৰ ভিতৰত খুন্দিয়াই আছিল। তাইৰ এতিয়া একুৰি চাৰি বছৰ বয়স হ'ল। এৰা তাই-বোতো এখন সংসাৰ হ'ব পাৰিলেহেঁতেন। ঘৰে-গৃহস্থই, ল'ৰাই-ছোৱালীয়ে, ধনে-ধানে এখন সুখৰ সংসাৰ। কিন্তু বিয়াৰ বিষয়ে তাই ভালকৈ মন-কাণ দিয়া নাই। এতিয়া একমাত্ৰ ভায়েকটোক লৈয়ে তাইৰ সংসাৰ। তাৰ বয়স ছবছৰ হওঁতেই মাক ঢুকাল। তায়ে তাক তুলি তালি ডাঙৰ কৰিলে। আজি তুবছৰমানৰ আগতে পিতাকো ঢুকাই থাকিল, সংসাৰ-খনৰ ভাৰ তাইৰ মূৰত পৰিল। ঘৰৰ অৱস্থাও বেয়া হৈ আহিল, তথাপি কাৰো ওচৰত হাত নপতাকৈ আজিলৈকে চলি আছে। অতদিনে তাইৰ একমাত্ৰ চিন্তা আছিল ভায়েকক মানুহ কৰি তোলাৰ। কিন্তু সিয়ো ভালকৈ পঢ়া-শুনা নকৰিলে। হাল-কোৰ ধৰিবলৈও নিশিকিলে। আজি ছবছৰ অসমীয়া মানুহৰ জীৱন-মৰণৰ আন্দোলনটোত লাগি চব এৰিলে। এতিয়া সুধিলে কয় বোলে চব ঠিক আছে। এতিয়া আমাৰ চৰকাৰ যেতিয়া

সকলো বিষয়তে এটা সুবিচাৰ আমি পাম। চাকৰি বাকৰি এটা পাই যাম। চিন্তা নাই।

এতিয়া আকৌ সি তাইৰ বিয়া পাতে। ফুকনীয়া ল'ৰাটোৰ কথা তাইৰ পেটে পেটে হাঁহি উঠিল। অৱশ্যে কাৰণো আছে তাই কেতিয়াবা ললিতক আথে-বেথে বহুৱাই জা-জলপান খাবলৈ দিয়া, কেতিয়াবা ফুচফুচাই কথা পাতি থকা সি দেখিছে, সি এটা অনুমান কৰিছে।

ললিতৰ কথা ভাবি আনন্দ লগা নাই। তাইৰ মনত পৰিল আজি কিছুদিনৰ আগৰ এটা ঘটনা। সেইদিনা গধূলিপৰত সি সিহঁতৰ ঘৰলৈ আহিছিল। আগেয়েও কেতিয়াবা আহে। কিন্তু সেইদিনা আহি পায়ে কৈছিল—তোমাক আজি অকলে লগ পাম বুলিয়ে আহিছো। ধুনীয়া ডেকা ল'ৰাটো, মুখখন লনি-দেখিলে মৰম লাগে। মাষ্টৰ মানুহ—শিক্ষিত। কথাবোৰ মিহি মিহিকৈ কয়। তাই আথে-বেথে বহুৱাই জা-জলপান খুৱাইছিল। ফুচুৰি কথাও দুই এটা কৈ হাঁহিছিল। তাইৰ মন কুমলিছে যেন পাই কেবাবাৰো তাইক ভাল পায় বুলি কৈছিল। যাবৰ সময়ত নিজকে চম্ভালিব নোৱাৰি তাইক গৰামাৰি ধৰি নাকে-মুখে চুমাও খাইছিল। বুকুত কামোৰ এটাও মাৰিছিল। তাই হওতে বেয়া পোৱা নাছিল, পিচে লাজটো ঢাকিবলৈকে কৈছিল, মই হ'লে এনে জোৰ জবৰদস্তি ভাল নাপাওঁ। বেচেৰা তাকে শুনি সি তেতিয়াৰে পৰা জুইত সেকা কলপাতৰ দৰে সেও হ'ল। যেন যি কওঁ তাকেই কৰিব।

সোণতৰাই এইবাৰ অকলৈয়ে হাঁহি উঠিল। হেৰ কলোৱেই যেনিবা, মতা হৈ যদি তুমি জোৰ-জবৰদস্তিয়েই নকৰিলা তেনেহলে কিহৰ মতা। মেকুৰীয়ে মুখলৈ চাই চোপ লৈ থকাৰ দৰে মুখলৈ চাই ভালপাওঁ ভালপাওঁ বুলি মেও-মেৱাই থাকিলেই হলনে। তাই তাক ভালপাওঁ বুলিও নকয়, বেয়া পাও বুলিও কব নোখোজে। তদুপৰি আকৌ যেতিয়া বিয়া-বাৰুৰ কথা ভাবে তেতিয়া মনত হয় ললিততকৈনো বেছি ভাল এটা ওলায় কৰ পৰা। বিচাৰিলেই যেনিবা তাতকৈ ভাল এটা, তাইকতো আৰু ক'ৰবাৰ পৰা ৰাজকুমাৰ এটা আহি চিলাই থাপ মৰাদি থাপ মাৰি নিনিয়েহি। সোণতৰাই এটা দীঘল হুমুনিয়া কাঢ়িলে।

নিজৰ কাৰণে এটা মানুহ জীৱনৰ চিৰ লগৰীয়া এজনৰ কথা ভাবিলে বাপু ককাইদেউলৈ তাইৰ কিয় মনত পৰে? সোণতৰাই নিজকে সুধিলে। বৰদেউতাৰ আলৌলৌৱা মুমলীয়া ল'ৰা ধৰ্মেশ্বৰ ফুকন। মৰমতে বাপু বুলি মাতে। তাইৰো বাপু ককাইদেউ।

আজি ছবৰ সিও অসম আন্দোলনত লাগি অনাই বনাই ফুৰিছে। দেহিঐ পুলিচৰ লাঠিৰ কোব খাই জুকলা হৈছে, ধৰি নিয়ে বুলি পলাই ফুৰিছে, জেলত সোমাইছে—কি যে বিলৈ ল'ৰাটোৰ। আমাৰ নিজৰ চৰকাৰটো হ'বৰ পৰা যেনিবা তত পালে—নিৰাপদ হ'ল। ফুকননীয়ে কৈছিল তাক বোলে মহন্তই বিধায়কৰ পদ এটাও য্যাচিছিল। সিহে নেলাগে বুলিলে; ক'লে বোলে পুলিচৰ লাঠিৰ কোব খালেই যদি বিধায়ক হ'বলৈ আটায়ে বিচাৰে তেতিয়া হলেচোন হেজাৰ বিজাৰ বিধায়ক হ'ব লাগিব।

এৰা, ল'ৰাটো জ্ঞানী। গুণী-শিক্ষিত। গাঁৱৰ আনবোৰ ডেকাতকৈ বেছি ধুনীয়া। চেহেৰাই-পানীয়ে সাইলাখ যেন কাৰ্তিক। তাইক দেখিলে মিঠাকৈ হাঁহিটো মাৰে, একে কিটা কথাকে সদায় সোধে। কেইদিনমান নেদেখিলে কয়—কি হ'ল, তোমাৰ দেখোন মুখেই নেদেখা হ'লো; যেন তাইৰ মুখ চাবলৈকে আশা পালি আছে। কেতিয়াবা চকুৱে চকুৱে পৰি তাইৰো মনত এনে লাগে যেন তাৰ সেই ডাঙৰ ডাঙৰ চকুহালে তাইক কিবা এটা কব খোজে—যেন এই চাৰনিত তাৰ বুকুৰ পৰা তাইলৈ এসোপা মৰম ওলাই আহিছে।

আজি তাইৰ দেউতাক জীয়াই থকা হ'লে, সিহঁতৰ সেই আগৰ সুদিনবোৰ থকা হ'লে হয়তো তায়ে ধৰ্মেশ্বৰ ফুকনৰ মুমলীয়া বোৱাৰীয়েক হৈ গলহেঁতেন। এতিয়া পিচে মিছা। ফুকননীয়ে তালৈ আনিবলৈ ডিব্ৰু-গড়ৰ কোনোবা জজ চাহাব এজনৰ ধুনীয়া ছোৱালী এজনীক আঙঠি পিন্ধাই থৈছে। ধুনীয়া ছোৱালীৰ গুণ বখানি অন্ত নাই।

পিচে তাইনো কিহত কম। ৰূপে-গুণে জাতে কুলে বংশ-মৰ্যাদাই তাইৰ কোনো ফালে কম নহয়। কেৱল বিধতাৰ কোপত পৰি গৰীৱ

মাউৰা হ'ল। ফুকননীৰ চকু সদায় ধন-সম্পদৰ ওপৰত নপৰা হলে আজি কথাই বেলেগ হলহেঁতেন।

অকস্মাত ফুকননীৰ ওপৰত সোণতৰাৰ খং উঠিল, কিবা এটা ঘৃণাৰ ভাব উপজিল। ফুকননীৰ এই ভেমটো ভাঙিব নোৱাৰিনে—কিবা এটা প্ৰতিশোধ লব নোৱাৰিনে? তাই চিন্তা কৰিলে।

এনেতে হঠাত বাহিৰৰ পৰা সোণতৰা বুলি ধৰ্মেশ্বৰ ফুকনে মতা শুনি তাই চক খাই উঠিল। ল'ৰা-লৰিকৈ ওলাই আহি দুৱাৰমুখত তাক ৰ থকা দেখি উল্লাসিত হৈ মাতিলে, "বাপু ককাইদেউ! আহা আহা— তোমাৰ কথা ভাবি থাকোতেই ওলাইছাহি দীৰ্ঘজীৱী হ'বা। বহা।"

বহি লৈ ধৰ্মেশ্বৰে ক'লে, "তুমি তেনেহলে মোৰ কথাও ভাবা।"

দেখি চকু ৰোৱা বাইচ বছৰীয়া গাভৰুজনীৰ দেহৰ ওপৰেদি তাৰ চকু বাগৰি গৈ তাইৰ সুষম মুখত লাগি ৰ'ল। কব নলগা কথা এবাৰ জিভাত পিচলি যোৱা যেন পাই সোণতৰাই অলপ লাজ পালে, ক'লে— "তোমালোকৰ ঘৰলৈ যোৱাৰ কথা ভাবিছিলো, সেয়ে মনত পৰিল।"

"এৰা, নহলে মোৰ কথা ভাবিবা কিয়। বহা কথা আছে।"

"কি কথা ককাইদেউ?"

"তোমাৰ বিয়াৰ খবৰ পাই শুভেচ্ছা জনাবলৈ আহিলো। কালি কুমুদে ক'লে।"

"মোৰ বিয়া! অ' ককাইদেউ" বুলি সোণতৰাই অপ্লাৱিত আহলা-দেৰে ঢেকঢেককৈ হাঁহি উঠিল।

"হাঁহিছা কিয়?" সি সুধিলে।

ৰৰকৈ হাঁহি উঠিলে সোণতৰাই ওচৰত কোনোবা ভালপোৱা মানুহ থাকিলে হয় তাক সাবটি ধৰে নহয় তাৰ গাত হাত থৈ হাঁহে। মুদ্ৰা-দোষ। এতিয়া সি অসম্ভৱ দেখি নিজৰ পেটতে হাত দি আকৌ কিছু হাঁহি ক'লে, "তোমালোকৰ দেখিছো মোৰ বিয়াৰ কথা ভাবি টোপনি নহা হৈছে, পিচে তুমি নিজৰ কথা ভাবিছানে নাই?"

ধৰ্মেশ্বৰে ভাবিছে। যেতিয়াই সোণতৰাক দেখিছে তেতিয়াই সি এজনী তিৰোতাৰ ভালপোৱাৰ অভাৱ অনুভৱ কৰিছে। তাৰ নিজৰ ঘৰতে সি

সোণতৰাক অনেক ৰেহ-ৰূপ লয়লাসত দেখা পাইছে। কেতিয়াবা আবেলি পিচ চোতালত বহি মাকৰ সতে কথা পাতোতে তাইৰ জেতুলীপকীয়া ওঁঠৰ হাঁহিত, কেতিয়াবা চাউল জাৰোতে কুলাৰ ছেৱত নচা তাইৰ উধনীয়া স্তনত, কেতিয়াবা তাঁতশালত বহোতে দোপতিৰ খটখটনিৰ লগত তাইৰ দেহ-ভংগীৰ সমলয়ত, কেতিয়াবা আখৈ-পিঠা ভাজোতে জুইৰ তাপত ৰঙা পৰা মুখৰ আৱেশত, কেতিয়াবা আচম্বিতে তাৰ সমুখত পৰি থমকি বৈ তাৰ মুখত তুলি ধৰা চকুৰ আনন্দময় চমকত, কেতিয়াবা পিতাকৰ সতে কথা পাতোতে তাইৰ আচৰণত ফুটি উঠা লৰালি কোমল সৰলতাত—' সোণতৰাৰ বিচিত্ৰ মোহময়ী ৰূপ সি দেখা পাইছে।

যিমানে দেখিছে সিমানে সি অনুভৱ কৰিছে যে তাইৰ দৰে তাৰ ভাল-পোৱা আগেয়ে কোনেও দাবী কৰা নাই। কিন্তু ধৰ্মেশ্বৰে নিজৰ দুৰ্বলতা প্ৰকাশ কৰা নাই। কাৰণ সি জানে সোণতৰাক নিজৰ কৰি লোৱাত বাধা আছে। সি বিপ্লৱৰ মাজত সোমাইছে। অহিংস বিপ্লৱ হলেও সি যি কামত হাত দিছে তাক সমাধা কৰোতে সি ঘূণীয়া হ'ব পাৰে, আহত হব পাৰে, জেললৈ যাব পাৰে, আনকি নিহতো হ'ব পাৰে। গতিকে সোণতৰাৰ জীৱনটো নষ্ট কৰাৰ তাৰ ইচ্ছাও নাই অধিকাৰো নাই। সেই-বাবে সি জানি-বুজিয়েই তাইক উৎসাহিত কৰা নাই।

আজি সি সকলো বাধা-বিঘিনি, বিপদৰ পৰা মুক্ত। সি ক্ষন্তেক টলকা মাৰি থাকি ঘপকৰে থিয় হ'ল আৰু তাইৰ নিচেই কাষলৈ আহি তাইৰ মুখলৈ অপলক দৃষ্টিৰে চাই ৰল। তাৰ চকুত আগেয়ে নেদেখা লুভীয়া হেপাহৰ এক চমক দেখি সোণতৰাও স্তম্ভিত হৈ থৰ হ'ল।

ধৰ্মেশ্বৰে দুই হাতে তাইৰ মুখ ওপৰলৈ তুলি ধৰি গভীৰ স্নেহময় চাৱনি থৈ ক'লে, "ভাবিছো সোণতৰা, বহুত দিন ভাবিছো।" সিমানকৈ কৈ সি পাৰ ভঙা আৱেগত ঠেকা খাই মেল খোৱা সোণতৰাৰ ওঁঠত এক অতৃপ্ত দীঘল চুমা খাবলৈ ধৰিলে।

তাই তাক গভীৰভাবে বুকুৰ মাজলৈ টানি লৈ ভাবিলে—এয়ে জানো চৰম প্ৰতিশোধ নহয়?

—×—